# হলিৰাম ঢেকিয়াল ফুকন
# ৰচনাৱলী

সম্পাদক

লক্ষ্মীনাথ তামুলী




অসম প্ৰকাশন পৰিষদ
গুৱাহাটী ৭৮১০২১

**HALIRAM DHEKIYAL PHUKAN RACHANAVALI :** *The complete works of Haliram Dhekiyal Phukan, edited and published by **Laxmi Nath Tamuly** IAS,Secretary, Publication Board Assam, Guwahati - 781 021, Assam, India.*

First edtion February 2005 Price Rs. 200.00



প্ৰকাশক

লক্ষ্মীনাথ তামুলী আই. এ. এছ

সচিব

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী ৭৮১ ০২১

প্ৰথম প্ৰকাশ ফেব্ৰুৱাৰী ২০০৫

মূল্য ঃ ২০০.০০ টকা

মুদ্ৰক

ভবানী অফছেট এণ্ড ইমেজিং চিষ্টেমছ্ প্ৰাঃ লিঃ

গুৱাহাটী ৭৮১ ০০৭

# সম্পাদকৰ কিছু কথা

হলিৰাম ঢেকিয়াল ফুকন ৰচনাৱলীত তেওঁৰ ১৮২৯ চনত প্ৰকাশিত 'আসাম বুৰঞ্জি', ১৮৩৩ চনত প্ৰকাশিত 'কামৰূপ যাত্ৰা পদ্ধতি', সেই সময়ৰ কলকতাৰ বাংলা পত্ৰিকাত তেওঁ লিখা চিঠিপত্ৰ কেইখনমানৰ লগতে 'আসাম বুৰঞ্জি' সম্পৰ্কে কলকাতাৰ সংবাদপত্ৰত প্ৰকাশ হোৱা চিঠিপত্ৰ, তাৰাচান্দ চক্ৰবৰ্তীয়ে ইংৰাজীত লিখা আৰু ১৮৩০ চনৰ ৫ ফেব্ৰুৱাৰী সংখ্যাৰ India Gazetteত প্ৰকাশিত সমালোচনা এটা আৰু ড° সূৰ্য কুমাৰ ভূঞাই লেখা "বাঙ্গালা ভাষায় আসামের ইতিহাস" শীৰ্ষক প্ৰবন্ধটো সন্নিৱিষ্ট কৰা হৈছে। ১৮২৯-১৮৩৩ চনৰ পুৰণি বাংলা সংবাদপত্ৰ বিচাৰি চাবলৈ সময় আৰু সুবিধা পোৱাহেঁতেন হলিৰামে নিজে লেখা আৰু হলিৰামৰ সম্পৰ্কে লেখা আৰু চিঠি-পত্ৰ সংগ্ৰহ কৰিব পৰা গ'লহেঁতেন।

১৮২৯ চনত প্ৰথম প্ৰকাশ হোৱাৰ ১৩৩ বছৰৰ পাছত ১৯৬২ চনত যেতিয়া 'আসাম বুৰঞ্জি'ৰ দ্বিতীয় মুদ্ৰণ প্ৰকাশ পাইছিল, তেতিয়া কোনো কোনোৱে গ্ৰন্থখনৰ "প্ৰচাৰ অনতিপলমে বন্ধ কৰিবৰ বাবে মুখ্যমন্ত্ৰী শ্ৰীবিমলা প্ৰসাদ চলিহাক মন্ত্ৰীসভাৰ সদস্য প্ৰমুখ্যে বহুতো দায়িত্ব আৰু কৰ্তৃত্বশীল লোকে অনুৰোধ জনাইছিল" বুলি ১৯৬৩ চনৰ দহ জুলাই সংখ্যাৰ "নতুন অসমীয়া" কাকতত প্ৰকাশ হৈছিল। ৯ জুলাইত ছিলঙৰ পৰা কাকতখনৰ নিজা প্ৰতিনিধিয়ে প্ৰেৰণ কৰা বাতৰিটোত উল্লেখ কৰা হৈছিল যে "এই কিতাপখনে অসমৰ বিভিন্ন মহলত তিক্ততা, ক্ষোভ আৰু অসন্তুষ্টিৰ সৃষ্টি কৰা দেখা গৈছে।..... এই তথাকথিত বুৰঞ্জীখনত অসমৰ বিভিন্ন জাতি আৰু সম্প্ৰদায়ৰ এটা অতি কুৎসিত চিত্ৰ দাঙি ধৰা হৈছে। এই পুথিখন প্ৰকাশ কৰাৰ গুৰিতে কিবা কু-অভিসন্ধি থকা বুলি বিভিন্ন মহলে সন্দেহ কৰে।" বাতৰিটোৰ পূৰ্ণপাঠসহ সেই সময়ত বুৰঞ্জীখনৰ বিপক্ষে আৰু সপক্ষে অসমৰ বাতৰি কাকতত প্ৰকাশ পোৱা চিঠিপত্ৰ কেইখনমান ৰচনাৱলীখনৰ পৰিশিষ্ট 'ঙ'ত সন্নিৱিষ্ট কৰি দিয়া হৈছে।

'আসাম বুৰঞ্জি'ৰ তথ্য আৰু বক্তব্যতকৈ অন্য কাৰণতহে ১৯৬২ চনৰ দ্বিতীয় মুদ্ৰণৰ সময়ত ক্ষোভ, তিক্ততা আৰু অসন্তুষ্টিৰ সৃষ্টি হৈছিল। ১৯৬০ চনৰ অসম ৰাজ্যিক ভাষা আইনখন বলবৎ কৰিবলৈ যাওঁতে অৱধাৰিতভাৱে সৃষ্টি হোৱা ভাষা আন্দোলনটো ১৯৬২ চনত হিংস্ৰ হৈ পৰিছিল আৰু সাম্প্ৰদায়িক আতিশয্যত অধঃপতিত হৈছিল। তেনে সাম্প্ৰদায়িক আতিশয্যৰ ভৰপক সময়তে অসমীয়া হলিৰাম ঢেকিয়াল ফুকনে বাংলা ভাষাত লিখি ১৩৩ বছৰৰ আগতে প্ৰকাশ কৰা 'আসাম বুৰঞ্জি'খনৰ দ্বিতীয় মুদ্ৰণ প্ৰকাশ হৈছিল। কিন্তু হ'বলৈ ধৰা বুৰঞ্জীখনৰ সম্পূৰ্ণ পাঠ পুনৰুদ্ধাৰ কৰি

সম্পাদনা কৰি দ্বিতীয় মুদ্ৰণ প্ৰকাশ কৰি উলিউৱা যতীন্দ্ৰ মোহন ভট্টাচাৰ্য কটন কলেজৰ বাংলা ভাষাৰ প্ৰাক্তন অধ্যাপক আছিল আৰু জন্মসূত্ৰে পশ্চিমবংগৰ বাঙালী লোক আছিল। ১৯৬২ চনৰ ভাষা আন্দোলনত কটন কলেজৰে ছাত্ৰ এজন পুলিচৰ গুলীত ছাত্ৰাবাসৰ বাৰাণ্ডাতে নিহত হৈছিল। তেনে পৰিবেশ পৰিস্থিতিৰ মাজতে হলিৰামৰ নামত বাংলা ভাষাত বাঙালী এজনৰ সম্পাদনাত অসম বুৰঞ্জী প্ৰকাশ হোৱাটোত 'কু-অভিসন্ধি'ৰ ছায়া-প্ৰচ্ছায়া দেখাটো স্বাভাৱিক আছিল। উল্লেখযোগ্য যে তেতিয়ালৈকে অসমৰ বিদ্বৎ সমাজে হলিৰামৰ 'আসাম বুৰঞ্জি' দেখাই নাছিল। কিয়নো হলিৰামে বুৰঞ্জীখন অসমীয়া মানুহৰ পৰিবৰ্তে বৃটিছ চাহাব আৰু অসমৰ বাহিৰৰ পাঠকৰ উদ্দেশ্যেহে লিখি ছপা কৰি উলিয়াইছিল আৰু কলকাতাতে বিনামূলীয়াকৈ বিতৰণ কৰিছিল। 'অনুষ্ঠানপত্ৰ'ত হলিৰামে 'আসাম বুৰঞ্জি' ৰচনা, প্ৰকাশ আৰু আগ্ৰহী পাঠকক বিনামূল্যে বিতৰণ কৰাৰ উদ্দেশ্য ব্যাখ্যা কৰি লেখিছিল যে "কলিকতা মহানগরে ছপাযন্ত্রের বাহুল্য হওয়াতে বিদ্যার অধিক অনুশীলন হইয়াছে এবং অনেক গুণবাণ ভাগ্যবান মহাশয়েরা নানা বিদ্যাবিষয়ক ও নানা দেশ বিবরণ পুস্তক অধিক পরিশ্রম দ্বারা শোধিত ও মুদ্রিত করিয়া অনেকের পরিশ্রম নিবারণ ও বিজ্ঞতা করিতেছেন, কিন্তু আসামদেশের বিষয় বৃত্তান্তের কোন পুস্তক এ পর্যন্ত মুদ্রিত হয় নাই। আসাম কামরূপ ইত্যাদি নামে দেশ আছে, ইহাই স্থূলরূপে অনেকের পরিগ্রহ আছে; তাহার বার্ত্তার বিজ্ঞান দূরে থাকুক, সে দেশ কি রূপ, কোন দিগ, তাহা অন্যদেশীয় লোক প্রায় অনেকেই জ্ঞাত নহেন ; অতএব আসামের বৃত্তান্ত প্রকাশ কৰা আবশ্যক। বিশেষতঃ এইক্ষণে আসাম দেশ ইংলণ্ডীয়াধিকৃত হওয়াতে নানা দিগ্‌দেশীয় লোকের গমনাগমন হইয়াছে ও হইতেছে ও হইবে, কিন্তু তাহারা আসামের রীতি চরিত্রাদি বিষয়ে অনভিজ্ঞতাযুক্ত রাজকার্য্যাদি করিতে নৈপুণ্য প্রকাশ করনে আশু ক্ষম হন না, অতএব সকল লোকের উপকারার্থে আসাম বুরঞ্জি নামক গ্রন্থ অর্থাৎ আসামের ইতিহাস বর্ণন করিয়া এই পুস্তক প্রকাশ করিলাম। ইহা চারিখণ্ডে সমাপ্ত হইয়াছে, ইহাতে অনেকের উপকার হওনের সম্ভাবনা।" চাৰি খণ্ডত সম্পূৰ্ণ কৰা 'আসাম বুৰঞ্জি'ৰ প্ৰতিটো খণ্ড কি উদ্দেশ্যে কাৰ উপকাৰত আহিব, তাকো হলিৰামে লিখি থৈ গৈছে। "রাজবৃতান্ত ঃ ইহার দ্বারা ইতিহাস জিজ্ঞাসু ও আসাম দেশে বিষয়কর্ম করনেচ্ছুক গমহাশয়দিগের পক্ষে অধিক উপকার হইতে পায়ে। রাজ্যশাসন ঃ তদ্দ্বারা তত্তৎকর্মকারিরদিগের উপকার আছে। নদী ও পর্ব্বত ও লোকসংখ্যা ও রাজস্ব প্রভৃতি ও কামাখ্যাদি ঃ তাহাতে আসাম দেশে মনাগমনকারিরদিগের অধিক উপকার হইবেক বুঝা যায়। উৎপন্নদ্রব্য, জাতিবিভাগ রীতি, ঈশ্বরারাধনা প্রভৃতি ঃ তাহাতে বানিজ্যব্যবসায়িরদিগেৰ ও অন্য অন্য লোকের পক্ষে অতিশয় সপ্রয়োজনক হইবে বোধ হয়।"

কুৰি শতিকাৰ আৰম্ভণি কালৰ অসমৰ উচ্চ শিক্ষিত বিদ্বানসকলৰ বাবেও হলিৰামৰ 'আসাম বুরঞ্জি' প্রায় অপৰিচিত আছিল। ড° সূর্যকুমাৰ ভূঞাৰ দৰে অনুসন্ধিৎসু ঐতিহাসিকেও 'আসাম বুরঞ্জি'ৰ চাৰিখণ্ডৰে এটা খণ্ডহে দেখিছিল (পৰিশিষ্ট 'খ' দ্রষ্টব্য)। এনে বাস্তৱতাৰ পৰিপ্রেক্ষিত অপ্রত্যাশিতভাৱে বাঙালী বিদ্বান এজনৰ সম্পাদনাত 'আসাম বুরঞ্জি' খনৰ দ্বিতীয় মুদ্রণ প্রকাশ পোৱাটোৱে কোনো কোনো অসমীয়াক সন্দিহান কৰি তুলিছিল। দ্বিতীয় মুদ্রণৰ গ্রন্থখনৰ পৰাই জনা যায় যে ড° সূর্যকুমাৰ ভূঞা, বেণুধৰ শর্মা, ড° বিৰিঞ্চি কুমাৰ বৰুৱা তীর্থনাথ শর্মা, তেতিয়াৰ শিক্ষামন্ত্রী দেৱকান্ত বৰুৱাৰ, দৰে সর্বজনশ্রদ্ধেয় অসমীয়া বিদ্বান দ্বিতীয় মুদ্রণৰ লগত জড়িত আছিল। দ্বিতীয়-মুদ্রণৰ 'ভূমিকা'ত ড° বিৰিঞ্চি কুমাৰ বৰুৱাই লিখিছিল যে 'আসাম বুরঞ্জি'ৰ যোগেদি "ঢেকিয়াল ফুকনে বঙ্গ আৰু অসমীয়া ভাষাৰ মাজত এক সম্বন্ধ সেতু বান্ধিবলৈ ব্যৱস্থা কৰিছিল।" হলিৰামৰ মৃত্যুৰ খবৰ পৰিবেশন কৰি কলকাতাৰ সমাচাৰ দর্পণ কাকতে ১৮৩২ চনৰ ১৮ আগষ্ট তাৰিখে যিদৰে লেখিছিল, সেইখিনি উৰ্দ্ধৃত কৰি ড° বৰুৱাই তেওঁৰ 'ভূমিকা' সামৰিছিল এইবুলি : "বঙ্গ আৰু অসমৰ মাজৰ সম্প্রীতি-সংস্কৃতি বিনিময়ৰ হলিৰাম ঢেকিয়াল ফুকনে যি আঁচনি লৈছিল আৰু সমাচাৰ দর্পনে সেই কার্যত অকৃপণভাৱে যি সহায় কৰিছিল, 'আসাম বুৰঞ্জী' পুনৰ মুদ্রণে সেই মনোৰম শান্তিময় পৰিবেশ ঘূৰাই আনিবলৈ সমর্থ হওক। —এয়ে ভূমিকা লিখকৰ কামনা।" অনুমান কৰিব পাৰি যে ভাষা আন্দোলনৰ বিভীষিকাৰ মাজতে ১৯৬২ চনৰ ২৬ জুন তাৰিখে লিখা 'ভূমিকা'ত ড° বৰুৱাই তেনেদৰেই শান্তিৰ পৰিবেশ ঘূৰি অহাৰ কামনা কৰিছিল। 'নতুন অসমীয়া' কাকতৰ সংবাদদাতাই বোধকৰো গ্রন্থখন নপঢ়া অথবা নেদেখাকৈয়ে বাতৰিটো পৰিবেশন কৰিছিল। কিন্তু দ্বিতীয় মুদ্রণৰ পৰবর্তী ৪৩ বছৰ সেই ক্ষোভ, তিক্ততা আৰু অসন্তুষ্টি গলি-পমি সহিষ্ণুতাত পৰিণত হৈছে। তেতিয়াৰ আৱেগ-উত্তেজনাও সত্যানুসন্ধানী সংযমলৈ উত্তৰণ ঘটিছে। সম্পাদক যতীন্দ্র মোহন ভট্টাচার্যৰ কিবা 'কু-অভিসন্ধি'ৰ পৰিবর্তে গ্রন্থখনৰ সম্পাদনাই অনুসন্ধিৎসু বিদ্যানুৰাগী মন এটাৰহে প্রমাণ দিয়ে।

আন এটা অভিযোগ মতে "বুৰঞ্জীখনত অসমৰ বিভিন্ন জাতি আৰু সম্প্রদায়ৰ এটা অতি কুৎসিত চিত্র দাঙি ধৰা হৈছে।" বুজাত অসুবিধা নহয় যে সম্পাদক ভট্টাচার্য ডাঙৰীয়াকে সেই কুৎসিত চিত্রৰ চিত্রকৰ বুলি ইংগিত দিয়া হৈছে। সন্দেহটো বোল অনাই অমূলক। হলিৰামৰ 'আসাম বুরঞ্জি'ৰ কিছুমান মতামত সম্পর্কে দ্বিতীয় মুদ্রণৰ সম্পাদক যতীন্দ্র মোহন ভট্টাচার্য নিজেই অসহিষ্ণু আছিল। সম্পাদকীয় অসহিষ্ণুতাক লুক-ঢাক নকৰাকৈ তেওঁ লেখিছিল যে "লেখকের দৃষ্টিতে তদানীন্তন কালের কোন

কোন আচরণ অনুপযুক্ত মনে হওয়ায় তিনি স্থলভেদে তীব্র মন্তব্য করিয়াছেন। তাহার একাধিক মন্তব্য বর্তমান সম্পাদকের নিকটও রুচিকর মনে হয় নাই। ইয়ার দ্বারা স্থান, কাল, পাত্র ও স্ব স্ব ধর্মীয়গণ্ডীর প্রভাব অতিক্রম করিয়া যাওয়া যে ঐতিহাসিকের পক্ষেও অধিকাংশক্ষেত্রে সম্ভবপর হয় না, তাহাই প্রমাণিত হইয়াছে।"

ভট্টাচাৰ্য ডাঙৰীয়াৰ উল্লিখিত অভিমতৰ পৰা এইটো আৰু স্পষ্টতৰ হয় যে 'নতুন অসমীয়া' কাকতত প্ৰকাশ পোৱাৰ দৰে সম্পাদকৰ কোনো কু-অভিসন্ধি নাছিল আৰু কোনো ধৰণৰ সামাজিক ক্ষোভ, তিক্ততা আৰু অসন্তুষ্টি সৃষ্টিৰ উদ্দেশ্যে তেওঁ গ্ৰন্থখন সম্পাদনা কৰি প্ৰকাশ কৰি উলিউৱা নাছিল। বুৰঞ্জীখনৰ কোনবোৰ মন্তব্য ৰুচিকৰ নহয়, সেইখিনি সম্পাদক ভট্টাচাৰ্য ডাঙৰীয়াই উল্লেখ কৰি থৈ যোৱা নাই। অৱশ্যে উল্লেখ কৰাৰ বিপদো নোহোৱা নহয়। কিয়নো তেনে কৰিলে সেইবোৰৰ সপক্ষে বা বিপক্ষে তেওঁ নিজা তথ্য, ব্যাখ্যা আৰু যুক্তি দিব লাগিলহেঁতেন। তেনে কৰাহেঁতেনহে গ্ৰন্থখন সম্পাদনা কৰাটো অধিক বিতৰ্কিত হৈ পৰিলহেঁতেন। এইটো নিঃসন্দেহে ক'ব পাৰি যে 'আসাম বুৰঞ্জি'ৰ দ্বিতীয় মুদ্ৰণ সম্পাদনা কৰি প্ৰকাশ কৰাৰ ক্ষেত্ৰত যতীন্দ্ৰ মোহান ভট্টাচাৰ্যৰ কোনো প্ৰকাৰৰ বৃত্তিগত বা সাম্প্ৰদায়িক বিদ্বেষ নাছিল। বৰং প্ৰায় লুপ্ত হ'বলৈ ধৰা 'আসাম বুৰঞ্জি' খনৰ চাৰিওটা খণ্ড উদ্ধাৰ কৰাৰ লগতে বুৰঞ্জীখন সম্পৰ্কে সেই সময়ত প্ৰকাশিত প্ৰায় সমুদায় লেখাখিনি সংগ্ৰহ কৰি গ্ৰন্থখনত সন্নিৱিষ্ট কৰি দি অসমৰ ইতিহাস-চৰ্চাৰ ক্ষেত্ৰত আপুৰুগীয়া অবিস্মৰণীয় বৰঙণি আগবঢ়াই থৈ গৈছে, যাৰ বাবে তেওঁ অসমীয়াৰ বিশেষ শ্ৰদ্ধাৰ পাত্ৰ হৈ থাকিব।

সকলোবোৰ ঐতিহাসিক তথ্য সকলোৰে বাবে আৰু সকলো সময়ৰ বাবে 'ৰুচিকৰ' নহ'বও পাৰে। নোহোৱাটোৱেই স্বাভাৱিক। ঐতিহাসিক তথ্যক 'ৰুচি' অথবা 'অৰুচি'ৰ সাজপাৰ আৰু আ-অলংকাৰ পিন্ধাই পৰিবেশন কৰিলে সেইবোৰ তথ্য হৈয়ে নাথাকিব আৰু তেনে তথ্যৰে ইতিহাস ৰচনা কৰিলে সি ইতিহাসো নহ'ব, সাহিত্যও নহ'ব।

পৈণত বয়সত নিজৰ শৈশৱ-কৈশোৰৰ নগ্ন ছবি দেখি লজ্জিত বা ক্ৰোধান্বিত হোৱাৰ যিদৰে কোনো যুক্তি থাকিব নোৱাৰে, ঠিক তেনেদৰেই হলিৰাম ঢেকিয়াল ফুকনৰ 'আসাম বুৰঞ্জি'ত চিত্ৰিত হোৱা অসমৰ বিভিন্ন জাত, জনগোষ্ঠী আৰু সম্প্ৰদায়বোৰৰ সমাজ আৰু সভ্যতাৰ শৈশৱ-কৈশোৰৰ স্তৰবোৰৰ চিত্ৰসমূহৰ কাৰণে আধুনিক সংস্কৃত আৰু যুক্তিবাদী মানুহ লজ্জিত বা ক্ৰোধান্বিত হোৱাটো আশা কৰিব নোৱাৰি। সেয়ে নহ'লে ইতিহাস ৰচনা আৰু ইতিহাস অধ্যয়নৰ উদ্দেশ্যেই ধোঁৱা হৈ যাব। নগ্নতাৰ অৱস্থিতি আৰু উপলব্ধিয়েহে যিদৰে আবুৰ আৰ শালীনতাবোধ জগাই তোলে, ঠিক তেনেদৰেই আমাৰ অতীতৰ অনগ্ৰসৰতাৰ বাস্তৱ নগ্নতাৰ চিত্ৰয়ো আমাক অধিক মাৰ্জিত সভ্য ৰুচিকৰ কৰি সভ্যতাৰ যাত্ৰাপথৰ স্তৰ বা দৰত সম্পৰ্কে অৱগত

কৰায় আৰু আমাক ক্ৰমাগতভাবে অধিকতৰ সভ্য হোৱাৰ হাঁহি হঁহুৱায়। হলিৰামৰ লেখনিত চিত্ৰিত হৈ উঠা আমাৰ অতীতৰ সমাজ-সভ্যতাৰ চেহেৰা-চৰিত্ৰত আমি লজ্জিত বা ক্ৰোধাম্বিত হ'লে, মানৱৰ বিবৰ্তনৰ আদিম স্তৰ বা অৱস্থা, জীৱন-ধাৰণৰ পদ্ধতি, গোষ্ঠীগত আৰু দলগত বিবাহ-ব্যৱস্থা (Group marriage), অজাচাৰী যৌনতা (incest) স্তৰৰ ইতিহাসৰ বাস্তৱতাৰ কাৰণে আধুনিক মানুহে আত্মহত্যা কৰিবলৈ লাগিব। সেয়ে 'কচিকৰ' নোহোৱা ঐতিহাসিক তথ্যই হওক বা চিত্ৰই হওক, অস্বীকাৰ কৰিব নোৱাৰি। অস্বীকাৰ কৰিলে, আমি নিজৰ নিজৰ শিপাক অস্বীকাৰ কৰাৰ দৰে হ'ব। ফুল-ফলেৰে জাতিষ্কাৰ হোৱাটোৱে যিদৰে গছজোপাৰ শিপাৰ শক্তি আৰু বিস্তৃতি প্ৰমাণ কৰে, তেনেদৰেই জাতি এটাৰ, সমাজ এখনৰ উন্নততৰ আধুনিক অৱস্থাই আদিম আৰু বৰ্বৰ অৱস্থাৰ সুদীৰ্ঘ পৰিক্ৰমা অতিক্ৰম কৰাৰ অবিৰত প্ৰচেষ্টাৰ সাফল্য, আহৰিত জ্ঞান আৰু সঞ্চিত অভিজ্ঞতাৰ কাৰ্যকাৰিতাৰ বিস্তৃতি আৰু গভীৰতাকেহে প্ৰমাণ কৰে। ঊনবিংশ শতিকাৰ আৰম্ভণি কালত আহোম শাসনৰ অৱসান আৰু বৃটিছ শাসনৰ প্ৰতিষ্ঠাৰ সংক্ৰান্তি কালত অসম আৰু অসমীয়াৰ যি জনগণৰ আৰ্থ-সামাজিক অৱস্থা, বিশ্বাস আৰু আচাৰ, ৰীতি-নীতি প্ৰত্যক্ষ কৰিছিল, হলিৰামে তেওঁ নিজে উপলব্ধি কৰা দৃষ্টিকোণৰ পৰা তাকেই লিপিবদ্ধ কৰিছিল। কোনোবা জনগোষ্ঠীৰ মনোৰঞ্জনৰ অৰ্থে 'কচিকৰ' ইতিহাস ৰচনা কৰিবলৈ হ'লে ঐতিহাসিকে ঐতিহাসিক তথ্য আৰু সত্যক হয় বাদ দিব লাগিব, নহয় ভাঁজ লগাব লাগিব। ঐতিহাসিকৰ পক্ষে দুয়োটাই বৰ্জনীয়। হলিৰামে 'আসাম বুৰঞ্জি'ত দুয়োটাকে বৰ্জন কৰিছিল।

সমসাময়িক অসমীয়া সমাজখনক হলিৰামে নিজ চকুৰে যেনেদৰে দেখিছিল, নিজ কাণেৰে যিদৰে শুনিছিল আৰু দেখি-শুনি যিদৰে উপলব্ধি কৰিছিল, ঠিক তেনেদৰেই তেওঁৰ 'আসাম বুৰঞ্জি'ত লেখিছিল। বুৰঞ্জীখন লেখিবলৈ হলিৰাম ঢেকিয়াল ফুকনে ৰামায়ণ, মহাভাৰত, শ্ৰীমদ্ভাগৱত, কালিকাপুৰাণ, যোগিনীতন্ত্ৰকে ধৰি ২৫ খনতো অধিক সংস্কৃত গ্ৰন্থ অধ্যয়ন কৰিছিল। সৰ্বোপৰি কুৰি শতিকাত বিভিন্ন পণ্ডিতে সম্পাদনা কৰি প্ৰকাশ কৰি উলিওৱাৰ বহুপূৰ্বেই মূল সাঁচিপতীয়া অসম বুৰঞ্জী পুথিবোৰৰো বেছি ভাগ তেওঁ অধ্যয়ন কৰাৰ প্ৰমাণ বুৰঞ্জীখনৰ পাতে পাতে স্পষ্ট হৈ আছে। অতি কৰ্মব্যস্ত জীৱনধাৰা সত্ত্বেও হলিৰামে জীৱনৰ ২৬/২৭ বছৰ বয়সতে ইমানবোৰ সংস্কৃত আৰু অসমীয়া পুথি পঢ়ি উঠি, সেইবোৰৰ পৰা তথ্য নিৰ্বাচন কৰি 'আসাম বুৰঞ্জি'ৰ দৰে পূৰ্ণাংগ (Comprehensive) বুৰঞ্জী এখন লিখি থোৱাটো বিস্ময়কৰ কাম আছিল। আহোমৰ ৰাজনৈতিক ইতিহাস লেখাৰ সময় সংগ্ৰহৰ ক্ষেত্ৰত হলিৰামে লেখি থৈ গৈছে যে "ইহাৰদেৰ জন্ম উপাখ্যান হৰাগৌৰী সংবাদ মূল গ্ৰন্থানুসাৰে ও অন্য অন্য প্ৰামাণিক লোক ও প্ৰাচীন ৰাজ বিবৰণ পুস্তক দ্বাৰা ঐক্য কৰিয়া লেখা গেল' (পৃঃ

১৯)। অর্থাৎ লিখিত, লৌকিক আৰু মৌখিক ঐতিহাসিক সমলৰ ওপৰত ভিত্তি কৰি হলিৰামে 'আসাম বুরঞ্জি' ৰচনা কৰিছিল। কেৱল অসমতেই নহয়, তুলনামূলকভাৱে শিক্ষা-দীক্ষাত আগবাঢ়ি যোৱা তেতিয়াৰ বঙ্গদেশৰ বাংলা ভাষাতো তেতিয়ালৈকে আধুনিক পদ্ধতিত লিখা এখনো ইতিহাস গ্রন্থক উদাহৰণ হিছাপে নেদেখাকৈয়ে হলিৰামে যি দুস্তৰ শ্রম আৰু আধুনিক দৃষ্টিভংগীৰে 'আসাম বুরঞ্জি'খন লিখি নিজা খৰচেৰে ছপাই উলিয়াইছিল, সেই কথা ভাবিলে বিস্ময়াভিভূত নহৈ নোৱাৰি। এটা কথা খাটাংকৈ ক'ব পাৰি যে কোনো বিদ্বেষ; পক্ষপাতমূলক উদ্দেশ্য বা দৃষ্টিভংগীৰে হলিৰামে 'আসাম বুরঞ্জি' লিখা নাছিল। কোনো কোনো বর্ণনা বা বক্তব্যত তেওঁ ষোল অনাই অভ্রান্ত নহ'ব পাৰে, কিন্তু তেওঁ বিদ্বেষী বা পক্ষপাতদুষ্ট নাছিল। মনকৰিবলগীয়া কথা এইটোও যে তথ্য আৰু বিষয়বস্তু নির্বাচন আৰু পৰিবেশনৰ দিশৰ পৰা 'আসাম বুরঞ্জি' খন অসমৰ সর্বপ্রথম Comprehensive History আছিল।

'আসাম বুরঞ্জি'ৰ ১৯৬২ চনৰ দ্বিতীয় মুদ্রণৰ সম্পাদক অধ্যাপক যতীন্দ্র মোহন ভট্টাচার্যই তেখেতৰ "সম্পাদকের নিবেদন"ত হলিৰাম ঢেকিয়াল ফুকনৰ জীৱন আৰু কর্ম, বুৰঞ্জীখনৰ ভাষা, ব্যাকৰণ, সন্ধি ইত্যাদি সকলোবোৰ বিষয় বিস্তাৰিতভাৱে আলোচনা কৰিছে। বুৰঞ্জীখন পঢ়াৰ আগতে সেয়ে "সম্পাদকের নিবেদন" পঢ়ি লোৱা বাঞ্ছনীয়।

ব্রহ্মপুত্র উপত্যকাৰ বিভিন্ন যুগত ৰাজত্ব কৰা ৰাজবংশবোৰক ঈশ্বৰত্ব প্রদান কৰিবলৈ ৰাজবংশবোৰৰ ৰজাৰ পৃষ্ঠপোষকতাত জীৱিকা আৰু সম্ভ্রমৰ নিশ্চয়তা পোৱা পণ্ডিতে ৰজাৰ তোষামোদৰ বাবে প্রস্তুত কৰি দিয়া ৰাজবংশবোৰৰ উৎপত্তিৰ অলৌকিক কাহিনীবোৰ কোনো সন্দেহৰ চকুৰে নোচোৱাকৈয়ে হলিৰামে গ্রহণ কৰিছিল। অসমীয়া ভাষাত লিখা সাঁচিপতীয়া বুৰঞ্জী পুথিবোৰৰ বহুবোৰত আহোম ৰাজত্বৰ সমসাময়িক কছাৰী, চুতিয়া, কোচ আদিৰ ৰাজবংশৰ উৎপত্তিৰ অলৌকিক কাহিনী সন্নিবিষ্ট হৈছিল। হলিৰামে সেইবোৰ অলৌকিক কাহিনী গ্রহণ কৰিছিল। কালিকাপুৰাণ, যোগিনীতন্ত্র, হৰগৌৰী সম্বাদ আদি তথ্যমতে ৰচিত সংস্কৃত পুথিৰ পৰা নৰক-ভগদত্তৰ কাহিনী লৈছিল। কালিকাপুৰাণৰ মতে কিৰাত বংশীয় ঘটকক নিজহাতে বধ কৰি নৰকাসুৰ কামৰূপৰ অন্তৰ্গত প্রাগ্‌জ্যোতিষপুৰৰ ৰজা হৈছিল। (৩৮/১০০-১০১)। আনহাতে নৰকৰ পূর্ববর্তী ৰজা মহীৰঙ্গ দানৱ, হটকাসুৰ, সম্বৰাসুৰ, ৰত্নাসুৰ আদি ঠেকহীন নামবোৰ তেওঁ আহোম যুগত লিখা সাঁচিপতীয়া বুৰঞ্জী এখনৰ পৰা বুটলি লৈছিল। ১৯৩০ চনত "কামৰূপৰ বুৰঞ্জী" নামেৰে প্রকাশ হোৱা সেই বুৰঞ্জীখন ইংলেণ্ডৰ India Office Libraryৰ পৰা বেণুধৰ শর্মাই উদ্ধাৰ কৰা সাঁচিপতীয়া বুৰঞ্জীৰ পৰা সংগৃহীত আৰু "পাদশ্যাহ বুৰঞ্জী" নামেৰেও প্রকাশিত। আন কোনো সংস্কৃত বা অসমীয়া পুথিত উল্লেখ বিচাৰি পাবলৈ নোহোৱা মহীৰঙ্গ দানৱ, হটকাসুৰ, ৰত্নাসুৰ, সম্বৰাসুৰক

আমি হলিৰামৰ অনুকৰণতে ঐতিহাসিক বুলি গৱেষণা-গ্ৰন্থতো স্থান দি আহিছো। কালিকাপুৰাণৰ ঘটকেই কামৰূপৰ বুৰঞ্জীত হটকাসুৰ হ'বগৈ পাৰে। কুৰি শতিকাৰ ইতিহাস গৱেষক পণ্ডিতবৃন্দই হলিৰামে কৰি যোৱা ভুলৰে পুনৰাবৃত্তি কৰি আছে।

সংস্কৃত পুথিত আহোম ৰাজবংশৰ উৎপত্তিৰ আখ্যান বিচাৰি পোৱা নাছিল কাৰণেই বোধহয় হলিৰামে খুন্‌লুং-খুন্‌লাই সোণৰ জখলাৰে স্বৰ্গৰ পৰা সৌশৰীৰেৰে মৰ্ত্তলৈ নামি অহাৰ কাহিনী বিশ্বাস কৰি লোৱা নাছিল ঃ "কিন্তু আহোম জাতীয়েরা কহে যে ইন্দ্রের পুত্র স্বৰ্গনারায়ণ রাজা তাহার দুই পুত্র খুন্‌লঙ্গ খুন্‌লাই নামক স্বর্ণসোপান দ্বারা স্বর্গ হইতে পৃথিবীতে আসিয়াছেন, অতএব স্বর্গদেব। কিন্তু তাহার বিস্তার কথা আমি প্রতীতি না করিয়া লিখিলাম না। যেহেতুক শ্রীরামচন্দ্র ও শ্রীকৃষ্ণ ব্রহ্মাবতার তথাচ দশরথ রাজার ও বসুদেবর গৃহে পৃথিবীতেই জনম লেখে, সাধারণ অর্ব্বাচীন রাজার স্বর্গ হইতে যে পাঞ্চ ভৌতিক শরীর দ্বারা আগমন সে অত্যন্ত অবিশ্বাসনীয়, একারণ লিখিলাম না। কিন্তু তাহাদের নিকট সহস্র ২ প্রমাণ দিলেও মানে না, একারণ একথার সূচনা, না থাকিলে পুস্তক অশুদ্ধ বলিবেক, এমতে সূচনা করিয়া রাখিলাম। যেহেতুক মূর্খস্য নাস্তৌষধং। পরন্তু বিজ্ঞ মহাশয়েরা ইহার তাৎপর্য্য বিবেচনা করিবেন" (পৃঃ ১৯)।

উল্লেখযোগ্য যে অলৌকিক জন্ম বৃত্তান্তবোৰক হলিৰামে কোনো সন্দেহ নকৰাকৈ গ্ৰহণ কৰিছিল। নৰকৰ জন্ম, ব্ৰহ্মপুত্ৰৰ ঔৰষত পদ্মিনীৰ গৰ্ভত শশাংক, আৰিমত্তৰ জন্ম, শিৱ-পাৰ্বতীৰ ঔৰষত কোচ ৰজাৰ, কুবেৰৰ ঔৰষত চুটিয়া ৰজাৰ জন্মৰ অলৌকিক কাহিনীবোৰ তেওঁ সন্দেহ কৰা নাছিল। ইন্দ্ৰ বা লেংদণ্ডৰ ঔৰষত কোনোবা নাৰীৰ গৰ্ভত খুন্‌লুং-খুনলাইৰ জন্মৰ কাহিনী বৰ্ণোৱাহেঁতেন হলিৰামে বোধকৰো সন্দেহ নকৰিলেহেঁতেন। সৌ-শৰীৰেৰে স্বৰ্গৰ পৰা পৃথিৱীলৈ নামি অহাৰ কাহিনীক হলিৰামে বিশ্বাস নকৰাৰ যুক্তি দাঙি ধৰিছিল।

উল্লেখযোগ্য ইয়ো যে এতিয়াৰ পৰা ১৭৫ বছৰৰ আগতে আহোম ৰাজবংশৰ উৎপত্তি সম্পৰ্কে সদুত্তৰ বিচাৰি "বিজ্ঞ মহাশয়েরা"ৰ পৰা হলিৰামে যি প্ৰত্যাশা কৰিছিল, সেয়া আজিয়ো অপূৰ্ণ হৈ ৰ'ল। ড° পদ্মেশ্বৰ গগৈয়ে খুন্‌লুং-খুন্‌লাই সোণৰ জখলাৰে পৃথিৱীলৈ নামি অহাটোক পৰ্বত-পাহাৰৰ পৰা ভৈয়ামলৈ নামি আহি ৰাজ্য প্ৰতিষ্ঠা কৰাৰ ৰূপকধৰ্মী কাহিনী বুলি দিয়া ব্যাখ্যাত হলিৰামৰ প্ৰশ্নৰ উত্তৰ বিচাৰি পোৱা নাযায়। বিগত ১৭৫ বছৰত অসমৰ কোনো লেখক, ঐতিহাসিকে হলিৰামৰ প্ৰত্যাশাক বিবেচনাৰ বিষয় হিচাপে গ্ৰহণ কৰা পৰিলক্ষিত নহ'ল। তাৰ বিপৰীতে কুৰি শতিকাৰ শেষৰ ফালে কোনো কোনোৱে স্বৰ্গপ্ৰেৰিত অলৌকিক উপাখ্যানটোক আবেগিক ব্যাখ্যাৰে ৰহস্যবাদী আৱৰণেৰে ঢাকি থোৱাৰ যত্ন কৰাহে পৰিলক্ষিত হ'ল।

পৃথিৱীৰ প্ৰাচীন আৰু মধ্যযুগীয় ৰাজবংশসমূহ হয় সূৰ্য-বংশী, নহয় চন্দ্ৰ-বংশী। আমি জনাত কেৱল আহোম ৰাজবংশটোহে ইন্দ্ৰবংশী। ই এক চকুত পৰা উল্লেখযোগ্য ব্যতিক্ৰম। আহোম ৰাজসভাৰ তোষমোদকাৰী পণ্ডিতে আহোম স্বৰ্গদেৱসকলৰ বংশলতা টানিটুনি ইন্দ্ৰদেৱতাৰ লগত সাঙুৰি দি যোৱাৰ পাছত সেই স্বৰ্গীয় উৎপত্তিৰ অলৌকিক কাহিনীকে আধুনিক সময়ৰ ঐতিহাসিক আৰু অনান্য পণ্ডিতমণ্ডলীয়ে পুনৰাবৃত্তি কৰি আছে। ড° পদ্মেশ্বৰ গগৈয়ে লিখিছিল যে হিন্দুসকলে আহোম ধৰ্মৰ ভগৱান লেংদণ্ডকে ইন্দ্ৰ বুলি অভিহিত কৰিছিল। উল্লেখ কৰা উচিত হ'ব যে ১৮২৬ চনৰ আগতে ৰচনা কৰা তাই বা আহোম ভাষাৰ পুথি এতিয়ালৈকে আৱিষ্কাৰ হোৱা নাই। টাই ভাষাৰ প্ৰয়াত পণ্ডিত বিমলাকান্ত বৰুৱাই তেনেদৰেই লিখি থৈ গৈছে। সেয়ে হিন্দু দেৱতাৰ আহোম নামকৰণ কৰা হৈছিল নে আহোম দেৱতাৰ হিন্দু নামকৰণ কৰা হৈছিল, সেইটো নিশ্চিতকৈ কৈ দিব নোৱাৰি। কিন্তু আহোম ৰাজবংশটোক লেংদন-বংশী বুলি কোৱাৰ পৰিৱৰ্তে আহোমসকলেই ইন্দ্ৰবংশী বুলি অভিহিত কৰাটোৱে হিন্দু দেৱতাৰ আহোম নামকৰণ কৰাটোহে ইংগিত দিয়ে। তদুপৰি লেংদং, খুন্লুং-খুন্লাইক জড়িত কৰা আহোম ৰাজবংশৰ সৃষ্টিতত্ত্ব (Cosmogony) তাই-আহোমসকলৰ আদিভূমিতো প্ৰচলিত নহয়। লেংদণ্ডৰ পৰা আৰম্ভ হোৱা সৃষ্টিতত্ত্বৰ এই উপাখ্যানটো কেৱল ব্ৰহ্মপুত্ৰ উপত্যকাতহে প্ৰচলিত। অৱশ্যে তোষামোদকাৰী পণ্ডিতে উদ্ভাৱন কৰা স্বৰ্গপ্ৰেৰিত কাহিনীটোৰ অন্ধ পুনৰাবৃত্তি বাদ দি ইতিহাসে ঢুকি পোৱা বংশলতাৰ পৰাই আহোম ৰজাসকলৰ বংশলতা গ্ৰহণ কৰিলে চুকাফাই প্ৰতিষ্ঠা কৰা ৰাজবংশটোৰ কীৰ্তি আৰু কৃতিত্বৰ অলপো হীন-ডেঢ়ি নঘটে। মনকৰিবলগীয়া আটাইতকৈ গুৰুত্বপূৰ্ণ বিভ্ৰান্তি এইটোহে যে কাল্পনিক দেৱতা এজনক কোনোবা এটা ৰাজবংশৰ পিতৃ হিছাপে চিনাক্ত কৰি লোৱা হয় যদিও সেই জাত, জাতি বা সম্প্ৰদায়ৰ সাধাৰণ প্ৰজাকো সেই একেজন দেৱতাৰে সতি-সন্ততি বুলি সেই জাত, জাতি বা সম্প্ৰদায়ৰ সকলো মানুহে ভাবি লয় আৰু দাবীও কৰে। চুতিয়া মানুহখিনিয়ে কুবেৰক, কোচে শিৱক পিতৃ জ্ঞান কৰাৰ দৰে আহোম সকলৰ সকলোৱেই লেংদণ্ডৰ পৰাই উৎপত্তি বুলি ভাবে। কাহিনীবোৰত কিন্তু ৰাজবংশটোৰ উৎপত্তিৰ লগত দেৱতাজনকহে সাঙুৰি দিয়া হৈছে, সাধাৰণ প্ৰজাক নহয়। আনকি ৰাজবংশটোৰ পৰাই সেই সম্প্ৰদায়ৰ সমুদায় লোকৰ উদ্ভৱ হৈছিল বুলিয়ো ক'তো বৰ্ণনা বা ব্যাখ্যা বিচাৰি পোৱা নাই, অথচ আমি তেনেদৰেই গণ্য কৰি আহিছো। নিঃসন্দেহে মূলত ঃ এনেবোৰ উপাখ্যান ৰজাত দেৱত্ব আৰোপ কৰি প্ৰজাৰ আনুগত্য আৰু ভক্তি আদায়ৰ বাবে স্থানীয়ভাৱে উদ্ভাৱন কৰি লোৱা ৰজাৰ ঐশ্বৰিকত্ব তত্ত্বৰ (divine origin) ওপৰত আধাৰিত। সত্যতা নাছিল; কিন্তু প্ৰজাসকলৰ বাবে তেতিয়া কাৰ্যকৰী আছিল।

বৰ্মন, শালস্তম্ভ, পাল বংশৰ ৰাজত্বৰ ঐতিহাসিক তথ্য হলিৰামৰ সময়ত আবিষ্কাৰেই হোৱা নাছিল। সেয়ে সেই ইতিহাস হলিৰামৰ বুৰঞ্জীত অনুপস্থিত।

দ্বিতীয় মুদ্ৰণৰ 'ভূমিকা'ত ড° বিৰিঞ্চি কুমাৰ বৰুৱাই হলিৰাম ঢেকিয়াল ফুকনৰ 'আসাম বুৰঞ্জি' সম্পৰ্কে লেখিছিল যে "চাৰি খণ্ডত শেষ কৰা ঢেকিয়াল ফুকনৰ 'আসাম বুৰঞ্জী' সম্পূৰ্ণ আধুনিক পদ্ধতিত ৰচনা কৰা ; সেই কাৰণে এই গ্ৰন্থত প্ৰাচীন আৰু মধ্যকালীন ৰজা আৰু ৰাজ-শাসন সংক্ৰান্ত বিষয়ৰ বাহিৰেও অসম দেশৰ ভৌগোলিক আৰু তীৰ্থ বিৱৰণ, ধৰ্ম আৰু সামাজিক জীৱন আৰু আৰ্থিক-বাণিজ্য ব্যৱস্থাৰ বৰ্ণনা দিয়া হৈছে। এই পিনৰ পৰা এই গ্ৰন্থই অসমৰ ইতিহাস গৱেষকসকলকো নতুন তথ্য আৰু উপাদানৰ যোগান ধৰিব।" ড° বৰুৱাই সঠিকভাৱেই মন্তব্য দিছিল যে "বিজ্ঞানসম্মত প্ৰণালীত ইতিহাস ৰচনা কৰিব পৰা ক্ষমতাই হলিৰাম ঢেকিয়াল ফুকনৰ বুদ্ধিবেত্তা ৰসগ্ৰাহী মনৰ পৰিচয় দিয়ে।" আমি ইতিমধ্যে ওপৰত উল্লেখ কৰিছিলো যে বিষয়বস্তু নিৰ্বাচন, লেখা আৰু বিষয়বস্তু পৰিবেশনৰ প্ৰণালীৰ দিশৰ পৰা হলিৰাম ঢেকিয়াল ফুকনৰ 'আসাম বুৰঞ্জি'খনক নিঃসন্দেহে অসমৰ সৰ্বপ্ৰথম সাৰ্থক Comprehensive History বুলি ক'ব পাৰি। তেওঁৰ বুৰঞ্জীখনত অতিকৈ চুম্বক ৰীতিত অসমৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক, বাণিজ্যিক, ধৰ্মীয়, সাংস্কৃতিক, প্ৰাকৃতিক আৰু পৰ্যটনৰ ইতিহাসৰ বিষয়বস্তু সামৰি লৈ তথ্য আৰু অভিমত যিদৰে পৰিবেশন কৰি থৈ গৈছে, সিয়ে তেওঁৰ বুৰঞ্জীখনক Comprehensive (পূৰ্ণাংগ) শ্ৰেণীৰ কৰি তুলিছে। জেমচ্ মীল্‌চে লিখা আৰু ১৮২৬ চনত প্ৰকাশিত History of British India শীৰ্ষক ইতিহাস গ্ৰন্থখনে যিদৰে তাৰ পৰৱৰ্তী ডেৰ-শতিকা ধৰি ভাৰতৰ ইতিহাস ৰচনাৰ আৰ্হি (model) হৈ ৰৈছিল, ১৮২৯ চনত প্ৰকাশ হোৱা হলিৰামৰ 'আসাম বুৰঞ্জি' খনো একৈশ শতিকা পৰ্যন্ত তথ্য আৰু ৰচনা-পদ্ধতিৰ ক্ষেত্ৰত অসমৰ ইতিহাস ৰচনাৰ আৰ্হি হৈ ৰৈছে। হলিৰামে নিৰ্ধাৰণ কৰি থৈ যোৱা আৰ্হিৰ লক্ষণৰেখা অতিক্ৰম কৰাৰ জ্ঞান, কৌশল আৰু পদ্ধতি যেন আমাৰ আয়ত্তৰ বাহিৰত ৰৈ গৈছে! নৰক-পূৰ্ব ৰজাৰ ক্ষেত্ৰতেই হওক, প্ৰাক্-আহোম যুগৰ ৰজা-ৰাজবংশৰ ক্ষেত্ৰতেই হওক, অথবা আহোম, চুতিয়া, কছাৰী, কোচ, বাৰভূঞা, জয়ন্তীয়া আদিৰ ৰাজনৈতিক ইতিহাসেই হওক, বা সেইবোৰ ৰাজবংশৰ উৎপত্তিৰ কিংবদন্তীয়েই হওক, ভালকৈ গমি চালে দেখিবলৈ পোৱা যাব যে উনবিংশ শতিকাৰ গুণাভিৰাম বৰুৱা আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ ওপৰিও কুৰি শতিকাৰ আধুনিক গৱেষক-ঐতিহাসিকসকল হলিৰামৰ পৰিধি পাৰ হ'বলৈ সক্ষম নহ'ল। কুৰি শতিকাৰ আধুনিক অসমীয়া ঐতিহাসিকৰ অসমৰ ইতিহাস ৰচনাও হলিৰামে নিৰ্দ্ধাৰণ কৰি থৈ যোৱা তথ্য আৰু পৰিবেশন-পদ্ধতিতে বান্ধ খাই ৰ'ল। ইতিমধ্যে দ্বিতীয় মুদ্ৰণো দুষ্প্ৰাপ্য হৈ পৰা বুৰঞ্জীখনৰ তৃতীয় মুদ্ৰণত পাঠক-

গৱেষকে আমাৰ মন্তব্যৰ সত্যতা বিচাৰি পাব। গ্ৰন্থখনত সন্নিৱিষ্ট ৰাজনৈতিক ইতিহাসতকৈয়ো অসমৰ আৰ্থ-সামাজিক, সাংস্কৃতিক, ধৰ্মীয়, বাণিজ্যিক প্ৰাকৃতিক আৰু পৰ্যটন ইতিহাস সম্পৰ্কীয় ৰচনাখিনি অধিক মূল্যবান। আজিৰ অসমৰ বিভিন্ন জাত, জাতি আৰু জনগোষ্ঠীসমূহে নিজৰ নিজৰ প্ৰগতিৰ ৰূপৰেখাৰ আঁতডাল হলিৰামৰ 'আসাম বুৰঞ্জি'তেই বিচাৰি পাব।

'আসাম বুৰঞ্জি' লেখাৰ উদ্দেশ্য ব্যাখ্যা কৰি বুৰঞ্জীখনৰ 'অনুষ্ঠানপত্ৰ'ত হলিৰাম ঢেকিয়াল ফুকনে যিখিনি কথা লেখি থৈ গৈছে, বৃটিছ্ শাসনৰ আৰম্ভণিতেই হলিৰামৰ চিন্তা-চৈতন্যত অসমীয়া জাতীয়তাবোধৰযে উদয় হৈছিল, সেইটো প্ৰমাণিত হৈ আছে। কলকতা মহানগৰত ছপাযন্ত্ৰৰ বহুল ব্যৱহাৰে বিদ্যা শিক্ষা আৰু জ্ঞানৰ অনুশীলনৰে বঙ্গদেশ সম্পৰ্কীয় গ্ৰন্থৰ ছপা আৰু প্ৰচাৰ হোৱা দেখি তেওঁ অসমত তাৰ অভাৱ অনুভৱ কৰিছিল। অসম বা কামৰূপ নামেৰে যে দেশ এখন আছে, বহুতে স্থূলভাবেহে সেইটো জানে। অসম সম্পৰ্কে অপৰিহাৰ্য তথ্যাদি দূৰৰে কথা, অসমখননো কেনেকুৱা, কোন দিশত তাৰ অবস্থিতি সেই সম্পৰ্কে অন্য দেশৰ বহুতেই একো নাজানে। বৃটিছে অধিকাৰ কৰি লোৱাৰে পৰা অসমলৈ বিভিন্ন দেশ আৰু বৃত্তিৰ লোকৰ আহ-যাহ আৰম্ভ হৈছিল, হৈছে আৰু হ'বও; কিন্তু তেওঁলোক অসমৰ ৰীতি-নীতি আৰু চৰিত্ৰাদিৰ সম্পৰ্কত অনভিজ্ঞ হোৱাৰ কাৰণে চৰকাৰী কাম-কাজ নিপুণতাৰে কৰিবলৈ অসমৰ্থ। সেইসকল লোকৰ উপকাৰৰ অৰ্থে অসম বুৰঞ্জীখন তেওঁ লেখি উলিয়াইছে। ৰাজনৈতিক ইতিহাসৰ পৰা ইতিহাস জিজ্ঞাসু লোক আৰু অসমলৈ অহা নানা বৃত্তিৰ লোকসকল উপকৃত হ'ব। ৰাজ্য-শাসন আৰু ৰাজস্বৰ ইতিহাসে চৰকাৰী কৰ্মচাৰীক সহায় কৰিব। নদী, পৰ্বত, জনসংখ্যা, ৰাজহ আৰু কামাখ্যাদি দেৱ-দেৱালয়ৰ বৃতান্তই অসম দেশলৈ অহা অন্য দেশৰ মানুহ আৰু পৰ্যটকক সহায় কৰিব। উৎপন্ন বস্তু, জাতি বিভাগৰ ৰীতি, ঈশ্বৰ আৰাধনাৰ বৃত্তান্তই ব্যৱসায়-বাণিজ্যৰ বাবে অহা লোকৰ অতি সহায়ক হ'ব। উল্লিখিত বিষয় সমূহত আগ্ৰহ নথকা সকলকো গ্ৰন্থখনে উপকাৰ কৰিব, কাৰণ কাৰোৰ ওপৰত নিৰ্ভৰ নকৰাকৈ তেওঁলোকে অসমৰ বহুবোৰ বিস্ময় সম্পৰ্কে জানিব পাৰিব। গতিকে বহুলোকৰ উপকাৰৰ অৰ্থে প্ৰস্তুত কৰা গ্ৰন্থখনে বহুতকে উপকৃত কৰিব বুলি তেওঁ আশা কৰিছিল।

আধুনিক সভ্যতা, আধুনিক জীৱনযাত্ৰা আৰু বিজ্ঞান-চিন্তাৰ অগ্ৰদূত ছপাযন্ত্ৰৰ উপকাৰিতা সম্পৰ্কে হলিৰামে সঠিক মূল্যায়ন কৰিছিল, তাৰ যথোপযুক্ত ব্যৱহাৰ কৰিছিল। তুলনামূলকভাৱে উন্নত বৃটিছৰ প্ৰশাসন আৰু আৰ্থ-সামাজিক ব্যৱস্থাবোৰ বঙ্গদেশত প্ৰত্যক্ষ কৰি হলিৰামে অসম আৰু অসমীয়াৰ অনগ্ৰসৰতাৰ স্বৰূপ উপলব্ধি কৰিছিল। স্বদেশ আৰু স্বজাতিৰ সৰ্বতোপ্ৰকাৰৰ উন্নতি আৰু অগ্ৰসৰতা বিচাৰিয়েই

তেওঁ 'আসাম বুৰঞ্জি' লেখি বিনামূলীয়াকৈ বিতৰণ কৰিছিল। তাৰবাবে উন্নত প্ৰশাসনীয় ব্যৱস্থা, ব্যৱসায়-বাণিজ্যৰ লগতে আধুনিক জীৱন যাত্ৰাৰ বাবে প্ৰয়োজনীয় বিভিন্ন বৃত্তিৰ লোক অসমলৈ আহিলে অসমৰ আৰ্থ-সামাজিক কাঠামো সলনি হৈ যাব বুলি তেওঁ ভাবি লৈছিল বুলি তেওঁৰ 'অনুষ্ঠানপত্ৰ'ৰ বক্তব্যৰ পৰা অনুমান কৰিব পাৰি। বঙ্গদেশৰ অগ্ৰসৰতা প্ৰত্যক্ষ কৰি সেয়া দীৰ্ঘদিনীয়া বৃটিছ প্ৰশাসনৰে অৱদান বুলি হলিৰামে বৃটিছৰ অসম অধিকাৰক অন্তঃকৰণেৰে আদৰিছিল আৰু গ্ৰন্থখনৰ ঠায়ে ঠায়ে বৃটিছ প্ৰশাসনৰ আশীৰ্বাদেৰে বঙ্গদেশৰ দৰেই অসমৰো উন্নতি হ'ব বুলি সৰলভাৱে আশা কৰিছিল। হলিৰামত অংকুৰিত অসমৰ উন্নতি আৰু প্ৰগতিৰ চিন্তা তেওঁৰে পুত্ৰ আনন্দৰাম ঢেকিয়াল ফুকনৰ কৰ্ম আৰু লেখনিত পৰিস্ফুট হৈ উঠিছিল। অসম আৰু অসমীয়াৰ উন্নতিৰ সেই মৌলিক চিন্তা আৰু চেষ্টাৰ বাবে হলিৰাম ঢেকিয়াল ফুকন অসমীয়া জাতীয়তাবাদৰ আদি-পুৰুষ হিচাপে সাৰ্বজনীন স্বীকৃতি পোৱাৰ যোগ্য। বৃটিছ আৰু বঙ্গদেশৰ মাৰফৎ আধুনিক সভ্যতাৰ আহিলাপাতি অসমলৈ আমদানি কৰি অসমৰ উন্নতি সাধন কৰাৰ উদ্দেশ্যেৰেই হলিৰামে বৃটিছ আৰু বাঙালী মানুহৰ সুবিধাৰ কথালৈ লক্ষ্য ৰাখি নিজে অসমীয়া হৈয়ো ব্যৱহাৰিক দিশটোৰ কথা মনত ৰাখি অসমীয়াৰ পৰিবৰ্তে 'আসাম বুৰঞ্জি' বাংলা ভাষাত লেখিছিল।

পৰ্যটনৰ যোগেদি অসমলৈ অন্য দেশৰ লোকক আকৰ্ষিত কৰিবলৈ হলিৰামে 'আসাম বুৰঞ্জি'ৰ তৃতীয় আৰু চতুৰ্থ খণ্ড দুটা লেখিছিল বুলি অনুমান কৰিব পাৰি। হলিৰামৰ নিজৰ ভাষাতে "আসাম দেশে গমনাগমনকারিরদিগের অধিক উপকার হইবেক" আৰু "বাণিজ্যব্যবসায়িরদিগের ও অন্য অন্য লোকের পক্ষে অতিশয় সপ্রয়োজনক হইবে" ভাবি খণ্ড দুটা লেখিছিল। তৃতীয় খণ্ডত অসমৰ নদ-নদী, পৰ্বত-পাহাৰ, সীমান্তৰ ঠাই আৰু জনগোষ্ঠী, জনসংখ্যা, মাটিৰ পৰিমাণ, ৰাজহৰ নিয়ম, মুদ্ৰাৰ বিনিময় মূল্য আৰু কামাখ্যা সম্পৰ্কে তথ্যপাতি পৰিবেশন কৰিছে। চতুৰ্থ খণ্ডত ঘাইকৈ জাতি বিভাগ আৰু ঈশ্বৰ আৰাধনাৰ বিভিন্ন তথ্য সন্নিৱিষ্ট কৰিছিল। তাহানিৰ দিনত পৰ্যটনকাৰীয়ে মিলামিছা কৰিব পৰা আৰু স্থানীয়ভাৱে খোৱা-লোৱা কৰাৰ সুবিধা-অসুবিধাৰ প্ৰতি লক্ষ্য ৰাখিয়েই চতুৰ্থ খণ্ডটো লেখিছিল বুলি অনুমান কৰিব পাৰি।

এঁকৈশ শতিকাতো ভাৰতৰ পৰ্যটন উদ্যোগ ঘাইকৈ প্ৰাচীন কালৰ তীৰ্থভ্ৰমণৰ আধুনিক সংস্কৰণ হৈয়ে আছে। তাহানিৰ কালত ইউৰোপৰ মানুহে নতুন দেশ, নতুন মানুহ, নতুন ব্যৱসায়, নতুন প্ৰযুক্তি বিচাৰি ভ্ৰমণত ওলাইছিল। ইতিহাসত সেইবোৰৰ প্ৰমাণ প্ৰচুৰ। ভাৰতীয় মানুহে কেৱল বেদ-উপনিষদ আৰু পুৰাণ-ভাগৱতত বৰ্ণনা কৰা তীৰ্থক্ষেত্ৰ ভ্ৰমণৰ উদ্দেশ্যেহে ঘৰ এৰিছিল। আজিও ভাৰতৰ পৰ্যটন কেন্দ্ৰবোৰ খ্যাত-অখ্যাত, প্ৰাচীন-অৰ্বাচীন কালৰ মঠ-মন্দিৰ-দেৱালয়বোৰতে সীমাবদ্ধ হৈ ৰৈছে।

ঐতিহাসিক স্মৃতিচিহ্ন আৰু ধ্বংসাৱশেষবোৰৰ ভিতৰতো ধৰ্মীয় স্থানবোৰকহে অগ্ৰাধিকাৰ দিয়া হয়। নেহৰু পৰিয়ালৰ সমাধিকেইটা, সমাধিস্থ সকলৰ স্মৃতিত নিৰ্মিত অথবা উৎসৰ্গিত কিছুমান ভৱন আৰু পাৰ্কক ধৰ্মীয় স্থানৰ পবিত্ৰতা আৰু মৰ্যাদা আৰোপ কৰি চৰকাৰে সেইবোৰ ঠাইলৈ পৰ্যটকক লৈ যোৱাটো বাধ্য কৰি আহিছে। হলিৰামে অসমৰ বাহিৰৰ পৰ্যটকৰ সুবিধাৰ কথা আগত ৰাখিয়েই বোধকৰো তৃতীয়-চতুৰ্থ খণ্ড দুটাত সৰ্বাধিক সংস্কৃত শ্লোক উদ্ধৃত কৰিছে। কামৰূপৰ তীৰ্থত অন্যান্য তীৰ্থতকৈ অধিক হাৰত পুণ্য অৰ্জন হোৱাটো সাব্যস্ত কৰি পৰ্যটকক আকৰ্ষিত কৰিবলৈ বিভিন্ন সংস্কৃত গ্ৰন্থৰ বছা বছা অংশ তেওঁ উদ্ধৃত কৰিছিল। তীথ ভ্ৰমণকাৰী পণ্ডিতৰ উদ্দেশ্যে লিখা সেই শ্লোকবোৰৰ অনুবাদ বা ভাবাৰ্থ সংযোগ পৰ্যন্ত হলিৰামে পৰিহাৰ কৰিছিল। এই উদ্দেশ্যে কৰা তথ্য-সংগ্ৰহ আৰু তথ্য-নিৰ্বাচনৰ চমকাৰিত্ব মনকৰিবলগীয়া। পাঠকৰ সুবিধালৈ লক্ষ্য ৰাখি গ্ৰন্থখনত উদ্ধৃত সংস্কৃত শ্লোকসমূহৰ অসমীয়া অনুবাদ আমি গ্ৰন্থখনৰ শেষৰ ফালে সংযোজিত প্ৰসংগ-টোকাত সন্নিৱিষ্ট কৰি দিছো। অসমৰ পৰ্যটন উদ্যোগৰ প্ৰথম উদ্যোক্তা হলিৰামে উদ্ধৃত কৰা শ্লোকসমূহ ইংৰাজীলৈ অনুবাদ কৰি অসমৰ পৰ্যটন বিভাগে অসমৰ পৰ্যটনত নতুন মাত্ৰা সংযোজন কৰিব পৰাৰ সম্ভাৱনা আছে। এহ ৰচনাৱলীত সন্নিৱিষ্ট "কামৰূপ যাত্ৰা পদ্ধতি" নামৰ সংস্কৃত পুথিখন হলিৰামে পৰ্যটকৰ উদ্দেশ্যেই লেখিছিল বুলি ১৮৩১ চনৰ ১৫ অক্টোবৰ তাৰিখৰ 'সমাচাৰ দৰ্পণ'ত প্ৰকাশিত চিঠিত উল্লেখ কৰিছিল। (পৰিশিষ্ট 'ক' (৫) দ্ৰষ্টব্য।)। উক্ত চিঠিখনকে আমি এই ৰচনাৱলীত সন্নিৱিষ্ট হলিৰামৰ 'কামৰূপ যাত্ৰা পদ্ধতি' গ্ৰন্থৰ পাতনি হিছাপে ব্যৱহাৰ কৰিছো। 'কামৰূপ যাত্ৰা পদ্ধতি'ৰ "তৃতীয়াংশ মুদ্ৰিত" হৈ থাকোতেই হলিৰামৰ মৃত্যু হৈছিল। 'সম্পাদকের নিবেদন'ত যতীন্দ্ৰ মোহন ভট্টাচাৰ্যই 'কামৰূপ যাত্ৰা পদ্ধতি' সম্পৰ্কেও লিখিছিল।

দ্বিতীয় মুদ্ৰণৰ সম্পাদক যতীন্দ্ৰ মোহন ভট্টাচাৰ্যই ১৮৩৩ চনত হলিৰামৰ মৰণোত্তৰভাৱে প্ৰকাশ হোৱা 'কামৰূপ যাত্ৰা পদ্ধতি'ৰ প্ৰকাশিতৰূপ দেখিবলৈ পোৱা নাছিল বুলি 'সম্পাদকের নিবেদন'ত উল্লেখ কৰিছে। অৱশ্যে পুথিখনৰ হাতেলিখা সম্পূৰ্ণ প্ৰতিলিপি এটা শ্ৰীহট্ট জিলাৰ আখালিয়া গাঁৱত তেখেতে পাইছিল। 'সম্পাদকের নিবেদন'ৰ ০.৩১ পৃষ্ঠাত সেই সম্পৰ্কে তেখেতে উল্লেখ কৰিছে। আমি ছপা আকাৰত 'কামৰূপ যাত্ৰা পদ্ধতি' সংস্কৃত পুথিখন সু-সাহিত্যিক শ্ৰীঅতুলানন্দ গোস্বামীৰ পৰা পাইছো। 'হলিৰাম ঢেকিয়াল ফুকন ৰচনাৱলী'ত পুথিখন পুনৰ্মুদ্ৰণ কৰিবলৈ দিয়াৰ বাবে অসম প্ৰকাশন পৰিষদৰ তৰফৰ পৰা তেখেতলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো। হাতেলিখা প্ৰতিলিপিটোত ৫৩ খন কাগজত ১০৬ পৃষ্ঠা আছিল আৰু প্ৰতি পৃষ্ঠাতে গড়ে ৯/১০ টাকৈ পংক্তি আছিল বুলি ভট্টাচাৰ্য ডাঙৰীয়াই উল্লেখ কৰিছে। আমি পোৱা

ছপা পুথিখনত ৮৮ খন কাকতত ১৭৬ পৃষ্ঠা আছে আৰু প্ৰতিটো পৃষ্ঠাতে ৭ শাৰীকৈ লেখা আছে। শেষৰ পৃষ্ঠাটোত শাৰীৰ সংখ্যা ছয়। আমাৰ অনুৰোধ ৰক্ষা কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ অধ্যাপক ড° থানেশ্বৰ শৰ্মাই 'কামৰূপ যাত্ৰা পদ্ধতি'খনৰ লগতে 'আসাম বুৰঞ্জি'ৰ সংস্কৃতখিনি অসমীয়ালৈ অনুবাদ কৰি দিয়াৰ কাৰণে অসম প্ৰকাশন পৰিষদৰ তৰফৰ পৰা তেখেতলৈকো আন্তৰিক কৃতজ্ঞতা জনালোঁ। সংস্কৃতৰ পৰা অসমীয়ালৈ কৰা অনুবাদৰ শুদ্ধতা সম্পৰ্কীয় সমুদায় কৃতিত্ব ড° থানেশ্বৰ শৰ্মাৰ।

'আসাম বুৰঞ্জি'ৰ প্ৰথম মুদ্ৰণ দেখাৰ সৌভাগ্য আমাৰ নহ'ল। যতীন্দ্ৰ মোহন ভট্টাচাৰ্যৰ সম্পাদনাত প্ৰকাশিত দ্বিতীয় মুদ্ৰণেই আমাৰ আধাৰ। উনবিংশ শতিকাৰ প্ৰথমাৰ্ধত প্ৰকাশিত বাংলা গদ্য গ্ৰন্থত যতি চিহ্ন ব্যৱহাৰ নোহোৱাৰ দৰে 'আসাম বুৰঞ্জি'তো যতি চিহ্ন ব্যৱহাৰ অত্যন্ত কম আৰু প্ৰায়ে অপব্যৱহাৰ হৈছে। মূল গ্ৰন্থ আমি দেখা নাই ; সেয়ে দ্বিতীয় মুদ্ৰণৰ হুবহু ৰূপ সংৰক্ষণ কৰিবলৈ যথাসম্ভৱ সকলোপ্ৰকাৰৰ প্ৰচেষ্টা গ্ৰহণ কৰা হৈছে। দ্বিতীয় মুদ্ৰণত [-] এই বন্ধনী চিহ্নৰ ভিতৰত সংখ্যা দি প্ৰতিটো খণ্ডৰ প্ৰথম মুদ্ৰণৰ পৃষ্ঠাৰ সংখ্যা বুজোৱা হৈছিল। সেইখিনি তৃতীয় মুদ্ৰণতো ৰখা হৈছে। বৰ্তমান তৃতীয় মুদ্ৰণত প্ৰতিটো পৃষ্ঠাৰ সোঁফালে ৫, ১০, ১৫, ২০, ২৫ আদি সংখ্যাবোৰ আছে; দ্বিতীয় মুদ্ৰণৰ প্ৰতিটো পৃষ্ঠাতে প্ৰতি পাঁচশাৰীৰ অন্তৰে অন্তৰে সংখ্যাবোৰ দি শাৰীৰ সংখ্যা বুজোৱা হৈছিল। আমি সেইখিনিও অবিকল ৰাখিছোঁ। দ্বিতীয় মুদ্ৰণৰ পৰিশিষ্ট 'ঘ'ত সংযোজিত 'শুদ্ধি-পত্ৰ' খনো আমি অবিকলৰূপতে ৰাখিছো। অৱশ্যে মূল গ্ৰন্থৰ পাঠত সংশোধনীখিনি অন্তৰ্ভুক্ত কৰি দিছো কেৱল পাঠকৰ সুবিধাৰ কাৰণে। যতি চিহ্ন দি ক্লাচিক গ্ৰন্থখনৰ অঙ্গক্ষত কৰাৰ পৰা বিৰত থাকিলো। যতি চিহ্নৰ ভুল প্ৰয়োগে বাক্যৰ অৰ্থ বিকৃত কৰিব পাৰে। আমি একমত হ'ব নোৱাৰা ঐতিহাসিক তথ্যসমূহ মূল পুথিত শুধৰাই দিয়াৰ পৰিবৰ্তে সংখ্যা দি আমি শুদ্ধ বুলি ভবা ঐতিহাসিক তথ্য 'প্ৰসংগ-টোকা'ত সন্নিৱিষ্ট কৰি দিছো।

গুৱাহাটী
ফেব্ৰুৱাৰী, ২০০৫

লক্ষ্মীনাথ তামুলী
সচিব
অসম প্ৰকাশন পৰিষদ

দ্বিতীয় মুদ্রণৰ নামপত্র

# আসাম বুরঞ্জি

(প্রথম, দ্বিতীয়, তৃতীয় এবং চতুর্থ ভাগ)

হলিরাম ঢেকিয়াল ফুকন
রচিত

শ্রীযতীন্দ্রমোহন ভট্টাচার্য এম. এ. তন্ত্ররত্নাকর
বাঙ্গালা ভাষা ও সাহিত্যের প্রধান অধ্যাপক
কটন কলেজ, গৌহাটী
সম্পাদিত

মোক্ষদা পুস্তকালয়
গৌহাটী, আসাম
১৩৬৯ বাং

এখন হইতে ১৩৩ বৎসর পূর্ব্বে বাঙ্গালীদের প্রতি
প্রীতিভাবাপন্ন তথা বঙ্গভাষানুরাগী এক
অবাঙ্গালী মনীষীর বাঙ্গালা ভাষায়
রচিত ইতিহাস-গ্রন্থ

**"আসাম বুরঞ্জি"র**

এই নতুন সংস্করণ

দেশবন্ধু-অনুজ, ভারতবিখ্যাত আইনবিৎ শ্রদ্ধেয়
**শ্রীযুক্ত প্রফুল্লরঞ্জন দাশ**
ব্যারিষ্টার-এ্যাট-ল মহাশয়ের করকমলে
গভীর শ্রদ্ধার নিদর্শনস্বরূপ
উৎসৃষ্ট হইল।

# সূচীপত্ৰ

# ভূমিকা

[ডক্টৰ শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা এম.এ., বি. এল., পি-এইচ. ডি. (লণ্ডন),* অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়, লিখিত]

গুৱাহাটী কটন কলেজৰ বঙ্গ ভাষাৰ প্ৰধান অধ্যাপক শ্ৰীযতীন্দ্ৰমোহন ভট্টাচাৰ্য মহাশয়ৰ ওচৰত অসমীয়া আৰু বঙ্গভাষা অনুৰাগী মাত্ৰেই কৃতজ্ঞ। ভট্টাচাৰ্য মহাশয়ৰ অধ্যৱসায়, অনুসন্ধিৎসা আৰু পৰিশ্ৰমৰ ফলত অসমৰ গুণী-জ্ঞানী কৃতী সন্তান স্বৰ্গীয় হলিৰাম ঢেকিয়াল ফুকনৰ দ্বাৰা বঙ্গভাষাত ৰচিত 'আসাম বুৰঞ্জী' আজি প্ৰায় এশ তেত্ৰিশ বছৰৰ মূৰত পুনৰ মুদ্ৰিত আৰু প্ৰকাশিত হ'ল। বৃটিছে অসমদেশ অধিকাৰ কৰাৰ পিছতেই (১৮২৯ খৃষ্টাব্দত) প্ৰতিবেশী বঙ্গভাষা আয়ত্ত কৰি সেই ভাষাত বিজ্ঞানসন্মত প্ৰণালীত ইতিহাস ৰচনা কৰিব পৰা ক্ষমতাই হলিৰাম ঢেকিয়াল ফুকনৰ বুদ্ধিবেত্তা ৰসগ্ৰাহী মনৰ পৰিচয় দিয়ে। এই কথাকে লক্ষ্য কৰি সেই সময়ৰ বঙ্গদেশৰ প্ৰধান পত্ৰিকা সমাচাৰ দৰ্পণে ৩০ জুলাই, ১৮৩১ৰ কাকতত "আসাম দেশে জ্ঞানবৃদ্ধি" শীৰ্ষক আলোচনাত লিখিছিল—"আসাম দেশ এইক্ষণে কেবল প্ৰায় সাত বৎসৰ হইল ইঙ্গলণ্ডীয়াধিকাৰেৰ ব্যাপ্য অতত্ৰব তদ্দেশীয় শিষ্টবিশিষ্ট মহাশয়েৰা যে এই অল্পকালেৰ মধ্যে জ্ঞানান্বেষণে এতাদৃশ কৃতকাৰ্য্য হইয়াছেন ইহাতে আমৰা বিস্ময়াপন্ন হইলাম এবং তাঁহাৰদেৰ যথাৰ্থ প্ৰাপ্য এই প্ৰশংসা বিন্দুতে যদ্যপি তাঁহাৰা উদ্যোগ-সিন্ধুতে মগ্ন হন তবে আমাদেৰ আৰো পৰম সন্তোষ জন্মিবে।"

অসমীয়া বিদ্বানে বঙ্গভাষাত ৰচনা কৰা সৰ্বপ্ৰথম 'আসাম বুৰঞ্জী' অসমীয়া আৰু বঙ্গভাষা দুয়োৰে স্মৰণীয় গ্ৰন্থ। বৃটিছ যুগৰ প্ৰাৰম্ভতে প্ৰণয়ণ কৰা 'আসাম বুৰঞ্জী' কেইবাটাও কথাৰ কাৰণে বঙ্গভাষাৰ মূল্যবান গদ্য পুথি। ঢেকিয়াল ফুকনৰ পুথিৰ গদ্যৰ লগত আহোম যুগৰ অসমৰ বুৰঞ্জীৰ ভাষা-ৰীতিৰ সাদৃশ্য আছে ; বঙ্গভাষাত বহু প্ৰচলিত 'ইতিহাস' শব্দৰ ঠাইত ঢেকিয়াল ফুকনে পুথিৰ নামকৰণত ব্যৱহাৰ কৰা 'বুৰঞ্জী' শব্দই এই কথা প্ৰমাণ কৰে। পুথিৰ বহু ঠাইত অসমীয়া শব্দ প্ৰয়োগ কৰি ঢেকিয়াল ফুকনে বঙ্গ আৰু অসমীয়া ভাষাৰ মাজত এক সম্বন্ধ-সেতু

বান্ধিবলৈ ব্যৱস্থা কৰিছিল। ঢেকিয়াল ফুকনে তেওঁৰ পুথিত সেই সময়ৰ বঙ্গালী গদ্যলেখকসকলৰ সংস্কৃত-ভাৰাক্ৰান্ত ভাষা ব্যৱহাৰ কৰা নাই। তেওঁৰ গদ্য সমকালীন অসমীয়া গদ্যৰ দৰে সৰল। যি বঙ্গভাষা সাধাৰণ প্ৰয়োজনসমূহত প্ৰয়োগ হয়, আত্মীয়-স্বজনে প্ৰতিবেশীৰ লগত কথা-বাৰ্তা কওতে ব্যৱহৃত হয়, প্ৰাত্যহিক জীৱন-যাত্ৰাৰ লগত যি ভাষাৰ নিবিড় সম্বন্ধ, ঢেকিয়াল ফুকনে তেনে সৰ্বজন বোধ্য অনাড়ম্বৰ গদ্যতেই 'আসাম বুৰঞ্জী' ৰচনা কৰিছে। ঢেকিয়াল ফুকন বঙ্গভাষাৰ এই আধুনিক গদ্য শৈলীৰ আৱিষ্কাৰক নহ'লেও অন্যতম পথ প্ৰদৰ্শক — সি নিঃসন্দেহ। 'আসাম বুৰঞ্জী'ৰ ৰচনাৰীতিৰ সৌন্দৰ্য, অনলঙ্কাৰ সাৰল্য আৰু বাহুল্য বৰ্জিত ভাষা বিদ্যাসাগৰীয় গদ্যৰ সমকক্ষ। ই সঁচাকৈয়ে প্ৰতিভাৱান অসমীয়া লিখকৰ গৌৰৱৰ পৰিচয়।

চাৰি খণ্ডত শেষ কৰা ঢেকিয়াল ফুকনৰ 'আসাম বুৰঞ্জী' সম্পূৰ্ণ আধুনিক পদ্ধতিত ৰচনা কৰা ; সেই কাৰণে এই গ্ৰন্থত প্ৰাচীন আৰু মধ্যকালীন ৰজা আৰু ৰাজ -শাসন সংক্ৰান্ত বিষয়ৰ বাহিৰেও অসম দেশৰ ভৌগোলিক আৰু তীৰ্থ বিবৰণ, ধৰ্ম আৰু সামাজিক জীৱন আৰু আৰ্থিক-বাণিজ্য ব্যৱস্থাৰ বৰ্ণনা দিয়া হৈছে। এই পিনৰ পৰা এই গ্ৰন্থই অসমৰ ইতিহাস গৱেষকসকলকো নতুন তথ্য আৰু উপাদানৰ যোগান ধৰিব। অসম দেশৰ বিবিধ বিষয়ৰ আলোচনা 'আসাম বুৰঞ্জী'ত ঠাই দিয়াৰ কাৰণ লিখকে পুথিৰ অনুষ্ঠান-পত্ৰত উল্লেখ কৰিছে — "............... যাঁহাৰা উপৰেৰ লিখিত কোন বিষয়ে আকাঙক্ষী না হন তাঁহাৰাও এই উপকাৰ জ্ঞান কৰিতে পাৰেন যে কাহাকে জিজ্ঞাসা না কৰিয়া এই দেশেৰ বহুবিধ বিষয় জানিতে পাৰিবেন। অতএব বহুলোকেৰ উপকাৰাৰ্থে এই গ্ৰন্থ প্ৰস্তুত কৰা গেল। মনে কৰি ইহাৰ দ্বাৰা অনেকেৰ অনুগ্ৰাহ্য হইতে পাৰিব।"

অন্য ভাষা-ভাষীৰ মাজত নিজ মাতৃভূমিৰ ইতিহাস ঐতিহ্য প্ৰচাৰ কৰিবলৈ ঢেকিয়াল ফুকনে এই গ্ৰন্থ বিনামূল্যে বিতৰণ কৰিছিল। ইয়ো তেখেতৰ মহৎ দেশপ্ৰেমৰ পৰিচায়ক। ১৮ আগষ্ট ১৮৩২ৰ 'সমাচাৰ দৰ্পণে' ঢেকিয়াল ফুকনৰ মৃত্যুত দুখ কৰি তেওঁৰ এই মহানুভৱতা আৰু স্বদেশপ্ৰীতিৰ বিষয়ে লিখিছিল— "......... আমৰা অত্যন্ত খেদ পূৰ্বক প্ৰকাশ কৰিতেছি যে গত ১১ ই শ্ৰাবণে আসাম দেশীয় হলিৰাম ঢেকিয়াল ফুকন মহাশয় গুৱাহাটিস্থানে লোকান্তৰ গত হইয়াছেন। অল্পকাল হইল

অতি গৌৰব ও বিশ্বস্ততা পদপ্রাপ্ত হইয়াই তাঁহাৰ উপৰম হয়। ......মৃত্যু সময়ে তাঁহাৰ ৩৫ বৎসৰেৰ অধিক হয় নাই কিন্তু তিনি ঈদৃশ বয়ঃকনিষ্ঠ হইয়াও জ্ঞান ও বুদ্ধিতে জ্যেষ্ঠ ছিলেন তাঁহাৰ বিদ্যাবিষয়ক স্পৃহাৰ সীমা ছিল না এবং গুণও অসংখ্যক ছিল, স্বীয় দেশেৰ বিষয়ে তাঁহাৰ অত্যন্ত অনুৰাগ এবং ঐ দেশ বৰ্ম্মাৰদেৰ যোয়াল হইতে মুক্ত হইয়া যে ইঙ্গলণ্ডীয়েৰদেৰ সাম্রাজ্য ভুক্ত হইয়াছিল ইহাতে তিনি অত্যন্তআহলাদিত হইয়া স্বদেশীয়েৰ মধ্যে যাহাতে সভ্যতা ও আচাৰ ব্যবহাৰেৰ সৌষ্ঠব হয় তদৰ্থ কোন বিষয়ে উদ্যোগেৰ ত্রুটি কৰেন নাই। এবং স্বীয় ব্যয়েতে বঙ্গভাষাৰ অনেক পুস্তক মুদ্রিত কৰিয়া স্বদেশীয় বিদেশীয় অনেককে বিতৰণ কৰিলেন।...... এতাদৃশ নানা গুণোপেত এবং পৰম হিতৈষি ও মহানুভৱ মহাশয়বৰেৰ মৃত্যুতে আসাম দেশেৰ অনুপম ক্ষতি হইয়াছে।”

বঙ্গ আৰু অসমৰ মাজত সম্প্রীতি-সংস্কৃতি বিনিময়ৰ হলিৰাম ঢেকিয়াল ফুকনে যি আঁচনি লৈছিল আৰু সমাচাৰ দৰ্পণে সেই কাৰ্যত অকৃপণভাৱে যি সহায় কৰিছিল, ‘আসাম বুৰঞ্জী’ৰ পুনৰ মুদ্রণে সেই মনোৰম শান্তিময় পৰিৱেশ ঘূৰাই আনিবলৈ সমৰ্থ হওক। —এয়ে ভূমিকা লিখকৰ কামনা। ইতি।*

গুৱাহাটী, ২৬-৬-৬২

* ডক্টর বড়ুয়া এই ভূমিকা অসমীয়া ভাষায় লিখিয়া ইহার বঙ্গানুবাদ মুদ্রণের জন্য নির্দেশ দিয়াছিলেন। অনুবাদের দ্বারা মূলের সহজ সৌন্দর্য ব্যাহত হইতে পারে মনে করিয়া ইহা যথাযথই মুদ্রিত হইল।

# সম্পাদকের নিবেদন

## প্রাক্-কথন

সে এখন হইতে প্রায় ৩০ বৎসর আগের কথা, ১৯৩২ খ্রীঃ আমি যখন 'রামতনু লাহিড়ী সহকারী-গবেষক' রূপে কলিকাতা বিশ্ববিদ্যালয়ের বাংলাবিভাগের সঙ্গে যুক্ত ছিলাম, সেই সময় অন্যান্য কাজের সঙ্গে বাংলা ভাষা ও সাহিত্য সম্পর্কীয় বাংলা সাময়িক পত্রে প্রকাশিত প্রবন্ধাবলীর এবং ১৮৬৮ খ্রীষ্টাব্দের পূর্বে মুদ্রিত বাংলা গ্রন্থের সূচী করিতে বৃত হই। সেই সময় তদানীন্তন ইম্পিরিয়াল লাইব্রেরীর সহকারী-অধ্যক্ষ ছিলেন শ্রদ্ধেয় সুরেন্দ্রনাথ কুমার মহাশয়। তিনি আমার প্রয়োজনীয় মাসিক পত্র ও গ্রন্থাদিব শতাধিক খণ্ড একসঙ্গে পাইবার বিশেষ অনুমতি দিয়াছিলেন। সেই সময় অন্যান্য বহু প্রবন্ধের সঙ্গে বঙ্গীয় সাহিত্য পরিষৎ পত্রিকার ১৩৩৩ বঙ্গাব্দের প্রথম সংখ্যায় [পৃঃ ১৯-৩৫] প্রকাশিত "বাঙ্গলাভাষায় আসামের ইতিহাস" শীর্ষক একটি প্রবন্ধেরও সূচী করিয়াছিলাম। সূচী করিতে গিয়া প্রবন্ধটিও আংশিক পাঠ করি, প্রবন্ধপাঠে জানিতে পারি যে বাঙ্গলাভাষায় রচিত আসামের ইতিহাস গ্রন্থের নাম "আসাম বুরঞ্জি" এবং ইহার লেখক হলিরাম ঢেকিয়াল ফুকন।

একই কাজ কয়েক ঘণ্টা করার পর যখন তাহা আর ভাল লাগিত না তখন কার্য্যান্তরে ব্যাপৃত হইতাম। প্রবন্ধ সূচী সঙ্গে সঙ্গে পুস্তক সূচীর কাজও চলিতেছিল। উপরে উল্লিখিত প্রবন্ধটি আংশিক পড়ার বেশ কয়েকমাস পরে উক্ত লাইব্রেরীতে রক্ষিত "আসাম বুরঞ্জি" নামক গ্রন্থখানি আমার হাতে পড়ে। এই বইখানি পাইয়া পূর্বোল্লিখিত প্রবন্ধের কথা স্মরণ হওয়ায় প্রবন্ধটি আবার নূতন করিয়া পাঠ করি। প্রবন্ধ লেখক শ্রীযুক্ত সূর্য্যকুমার ভূঞা এম. এ., বি. এল. মহাশয় তাঁহার প্রবন্ধে নিম্নোক্তরূপ মন্তব্য করিয়াছিলেন ঃ

"পুস্তকের প্রথম পাতাটি নাই, শেষের দিকেও দুই এক পাতা ছেঁড়া, তাহাতে আমাদের বর্ত্তমান আলোচনায় অসুবিধা হইতে পারে। গ্রন্থকার কি কারণে নিজ মাতৃভাষা অসমীয়াতে না লিখিয়া বাঙ্গলা ভাষায় আসামের ইতিহাস লিখিলেন, গ্রন্থকারের অন্যান্য উদ্দেশ্যই বা কি ছিল, পুস্তকের ভূমিকাদি না থাকাতে পুস্তক হইতে তাহা জানিবার আমাদের সম্প্রতি উপায় নাই।"

আমি যে গ্রন্থখানি পাই তাহা সম্পূর্ণ, গ্রন্থ মুদ্রণ কালের উল্লেখযুক্ত আখ্যাপত্র এবং দুই পৃষ্ঠাব্যাপী "অনুষ্ঠান পত্রে" —গ্রন্থ বাঙ্গলা ভাষায় রচনার কারণ ইত্যাদিও বিবৃত ছিল। মনে হইল এই গ্রন্থখানি সম্পর্কে পরিষৎ পত্রিকায় সময়মত একটি ছোট প্রবন্ধে গ্রন্থের প্রকাশকাল এবং অনুষ্ঠান পত্র ছাপিয়া দেওয়া যায়। ইহার কিছুদিন পরে বঙ্গীয় সাহিত্য পরিষৎ পত্রিকার ১৩৩৯ বঙ্গাব্দের ৪র্থ সংখ্যায় [পৃঃ ২৬০-২৬১] "আসাম বুরঞ্জি" শীর্ষক আমার ছোট একটি প্রবন্ধ প্রকাশিত হয়।

আসামের ভূতপূর্ব ডি. পি. আই. শ্রদ্ধের সতীশচন্দ্র রায় এম. এ. (লণ্ডন) আই. ই. এস্ মহাশয় আমার ছাত্রাবস্থা হইতে আমার প্রতি অত্যন্ত স্নেহপরায়ণ ছিলেন। তাঁহার নির্দেশ ছিল আমার মুদ্রিত যে কোন প্রবন্ধের পুনর্মুদ্রণ তাঁহাকে পাঠাইতে হইবে। পরিষৎ পত্রিকায় মুদ্রিত আমার এই ক্ষুদ্র প্রবন্ধেরও পুনর্মুদ্রণ শ্রদ্ধেয় রায় মহাশয়ের নিকট গৌহাটীতে প্রেরিত হয় ; তিনি তখন গৌহাটী কটন কলেজর অধ্যক্ষ ছিলেন। আমার এই প্রবন্ধ মুদ্রণের ৯ বৎসর পরে আসামের তদানীন্তন ডি. পি. আই. উক্ত শ্রদ্ধেয় সতীশচন্দ্র রায় এবং তদানীন্তন Executive Councillor শ্রদ্ধেয় রায়বাহাদুর প্রমোদচন্দ্র দত্ত সি. আই. ই. মহাশয়ের আগ্রহে আমি কলিকাতা বিশ্ববিদ্যালয় ত্যাগ করিয়া ১৯৪১ খ্রীঃ ২রা জুলাই তারিখে শ্রীহট্ট মুরারিচাঁদ কলেজে যোগ দেই। দুই বৎসর মুরারিচাঁদ কলেজে থাকার পর গত ১৯৪৩ খ্রীঃ ৫ই জুলাই কটন কলেজে বদলি হই। আমি শ্রীহট্ট মুরারিচাঁদ কলেজের ছাত্র, পরে ঐ কলেজের শিক্ষকতা কার্য্যে নিযুক্ত হইয়া এবং শ্রীহট্ট সাহিত্য পরিষদের কার্য্যে আত্মনিয়োগ করিয়া মনে আনন্দই পাইয়াছিলাম। কিন্তু যখন গৌহাটী বদলি হইলাম তখন আমার মন স্বতঃই ভারাক্রান্ত। কটন কলেজের অধ্যাপকদের মধ্যে আমার পরিচিতের সংখ্যাও সীমাবদ্ধ। যে দিন প্রথম কটন কলেজে উপস্থিত হইলাম, সেই দিন অধ্যাপকদের বসিবার ঘরে আমাকে কলেজের অপরাপর অধ্যাপকদের সঙ্গে আমার পূর্বপরিচিত জনৈক অধ্যাপক পরিচয় করাইয়া দিতেছিলেন। এমন সময় "ডাঃ ভূএগ্র" সম্বোধন করিয়া আমাকে এক অধ্যাপকের সঙ্গে পরিচয় করাইয়া দেওয়া হয়। এই অধ্যাপক, আমার নাম জানিয়া সঙ্গে সঙ্গে প্রশ্ন করেন — "আপনিই কি সেই যতীন্দ্র ভট্টাচার্য্য যিনি হলিরামের 'আসাম বুরঞ্জি' সম্পর্কে বঙ্গীয় সাহিত্য পরিষৎ পত্রিকায় প্রবন্ধ লিখিয়াছেন?" আমি সবিনয়ে ইহা স্বীকার করিলে তিনি আমার কাছে আসিয়া আমাকে সস্নেহে জড়াইয়া ধরেন।

আমিও জানিতে পারিলাম— "বাঙ্গলা ভাষায় আসামের ইতিহাস" শীর্ষক প্রবন্ধের লেখক শ্রীযুক্ত সূর্য্যকুমার ভূঞা এম. এ., বি. এল. মহাশয় কটন কলেজের ইংরাজী বিভাগের স্বনামধন্য প্রধান অধ্যাপক। ডাঃ ভূঞা সেই দিন কলেজের পর তাঁহার বাড়ীতে আমাকে লইয়া যান। দেখিলাম, তাঁহার মুদ্রিত প্রবন্ধাবলীর সঙ্গে শ্রদ্ধেয় সতীশচন্দ্র রায় মহাশয়ের নিকট প্রেরিত আমার ক্ষুদ্র প্রবন্ধটির পুনর্মুদ্রণও বাঁধাইয়া রাখিয়াছেন। শ্রীহট্টে আমার শুভানুধ্যায়ী অনেককে ছাড়িয়া আসিয়া মনে যে দুখ ও অভাব বোধ করিতেছিলাম তাহা যেন আমার গৌহাটী কটন কলেজে যোগ দেওয়ার প্রথম দিনেই খানিকটা কমিয়া গেল। ডাঃ ভূঞার নিকট 'আসাম বুরঞ্জি'র' প্রথম ও শেষ কয়েক পৃষ্ঠা ব্যতীত প্রথম খণ্ডের সম্পূর্ণ অনুলিপি ছিল। তিনি আমাকে তাঁহার এই অনুলিপি ব্যবহার করিতে দিয়াছেন। এই অনুলিপিই বর্ত্তমান সংস্করণের প্রথম খণ্ডের 'প্রেস কপি' হইয়াছে।

"আসাম বুরঞ্জি"র প্রথম খণ্ডের মুদ্রণ শেষ হইলে পর যখন পরিশিষ্ট মুদ্রণের কাজ চলিতেছিল সেই সময় একদিন একান্ত অপ্রত্যাশিত ভাবে আসাম বুরঞ্জির ২য়, ৩য় ও ৪র্থ খণ্ডের সন্ধান পাই। এই চারিখণ্ড-যুক্ত সম্পূর্ণ গ্রন্থ বঙ্গীয় সাহিত্য পরিষৎ গ্রন্থাগারের 'বিদ্যাসাগর গ্রন্থ-সংগ্রহে' আছে। ১৩৪৮ বঙ্গাব্দে মুদ্রিত বঙ্গীয় সাহিত্য পরিষৎ পুস্তকালয়ের পুস্তক তালিকায় এই চারিখণ্ড পুস্তকের উল্লেখ পাইয়াছি।

"আসাম বুরঞ্জি"র লেখক হলিরামের পুত্র আনন্দরামের মৃত্যু-শতবার্ষিকী গত ১৯৫৯ খ্রীঃ সমগ্র আসামে সাড়ম্বরে অনুষ্ঠিত হইয়াছে। সেই সময় কলিকাতার একখানি দৈনিক পত্রে* আমি এই গ্রন্থ সম্পাদন করিতেছি বলিয়া সংবাদ প্রচারিত হয়, তখন নানা কাজের মধ্যে থাকিয়াও এই গ্রন্থ ছাপিতে না দিয়া আর উপায় রহিল না। এই গ্রন্থের নূতন সংস্করণ মুদ্রণের গোড়ার কথা এই।

## গ্রন্থকার পরিচয়

আসামের অধিপতি লক্ষ্মীসিংহ স্বর্গদেব ১৭০২ শকে [১৭৮০ খ্রীঃ] পরলোক গমন করিলে তাহার পুত্র লোকনাথ গৌরীনাথ সিংহ নাম গ্রহণ করিয়া সিংহাসনারোহণ

---

* যুগান্তর, মঙ্গলবার ১লা আষাঢ় ১৩৬৬ বাং, ১৬ জুন ১৯৫৯ খ্রীঃ, "আসামের নবজাগরণের ভগীরথ মনীষী আনন্দরাম ঢেকিয়াল ফুকনের মৃত্যু-শতবার্ষিকী" পৃঃ ৩ দ্রষ্টব্য।

করেন। গৌরীনাথ অত্যন্ত উদ্ধত প্রকৃতির লোক ছিলেন। অনেকে তাহাকে মতিচ্ছন্ন মনে করিত। তাহার নির্দেশে, তাহার জনৈক মজুমদার উপাধিধারী বাল্য সহপাঠীর লঘু অপরাধে চক্ষু উৎপাটিত করা হয়। কিছুকাল পরে কোন বিদেশী রাজার পত্র গৌরীনাথের নিকট আসিলে কেহ তাহা পাঠ করিতে না পারায় অন্ধ মজুমদার চিঠির অক্ষরের উপর অঙ্গুলী বুলাইয়া চিঠির মর্ম অবগত হন এবং রাজাকে জ্ঞাত করান। রাজা ইহাতে সন্তুষ্ট হইয়া সকল বেজবরুয়াদিগকে [রাজবৈদ্যগণকে] মজুমদারের চক্ষুর দৃষ্টিশক্তি পুনর্বার ফিরাইয়া দিতে নির্দেশ দেন। বেজবরুয়ারা এই মতিচ্ছন্ন রাজাকে, যাহার চক্ষু একবার উৎপাটিত হইয়াছে সে আবার দৃষ্টিশক্তি ফিরিয়া পাইতে পারে না—এই কথা বলিতে সাহসী না হইয়া বিশেষ পরামর্শের পর তাহাকে জানাইলেন যে ভাটীদেশ হইতে বৈদ্য আনাইয়া এ কাজ করিতে হইবে। ফলে রাজাদেশে বৈদ্য আনয়নের জন্য ভাটীদেশে একদল লোক প্রেরিত হয়। ইহারা নানা জায়গা ঘুরিয়া শেষে মুর্শিদাবাদে উপস্থিত হন।

ভারতবর্ষের দক্ষিণ পূর্ব প্রান্তে দ্রাবিড়দেশ। ঐ দেশে চন্দ্রশেখর নামক জনৈক ব্রাহ্মণের চতুর্থ পুত্র লক্ষ্মীনারায়ণ। বিবাহের পর লক্ষ্মীনারায়ণ নববিবাহিতা বধূর দেহে অলঙ্কারের স্বল্পতা লক্ষ্য করিয়া বিশেষতঃ নাকের 'নথ' পর্য্যন্ত না থাকায় মনের দুঃখে গৃহত্যাগ করিয়া ব্রহ্মচারী বেশে পথে বাহির হন। ইনিও নানা দেশ পর্য্যটন করিয়া ঐ সময় মুর্শিদাবাদে উপস্থিত হইলে বৈদ্য-অনুসন্ধানকারী দলের সঙ্গে তাহার পরিচয় হইল। ব্রহ্মচারী তাহাদের মুর্শিদাবাদ আগমনের উদ্দেশ্য জানিয়া এবং আসাম রাজ্য ইংরাজের অধীন নহে অবগত হইয়া আসামে আসিতে আগ্রহ বোধ করেন। তিনি অনুমান করিলেন যে উৎপাটিত চক্ষু ব্যক্তি কখনও দৃষ্টিশক্তি ফিরিয়া পাইতে পারে না, রাজাকে বুঝাইয়া বলিলে নিশ্চয়ই রাজা তাহা বুঝিবেন। ব্রহ্মচারী বৈদ্য-অনুসন্ধানকারী দলের সঙ্গে গৌহাটীতে চলিয়া আসেন।

শিবসাগর জেলায় টিয়ক নামে এক বৰ্দ্ধিষ্ণু গ্রাম আছে। ঐ গ্রামে গৌতম গোত্রীয় কয়েক ঘর ব্রাহ্মণের বাস। মায়ামরীয়া বিদ্রোহের সময় উক্ত গ্রামের জনৈক ব্রাহ্মণ তাহার স্ত্রী ও ৮ বৎসর বয়স্ক বালক পুত্র যোগাই সহ ভাটীর দিকে রওয়ানা হন। নৌকাযোগে পলায়নপর এই ব্রাহ্মণ দম্পতির একাধিক দিন উপবাসে কাটাইতে হইয়াছিল। একদিন ব্রহ্মপুত্রে ভাসিয়া-আসা পান সুপারি পাইয়া যোগাইর মা তাহা খাইয়া ফেলেন। ইহা দেখিয়া যোগাইর পিতা অত্যন্ত রুষ্ট হইয়া পত্নীকে তিরস্কার করিয়া তাহাকে একাকী ব্রহ্মপুত্রের তীরে নামাইয়া পুত্র সহ ভাটীর দিকে চলিয়া আসেন এবং গৌহাটীর নিকটবর্ত্তী অশ্বক্রান্তে আসিয়া বাস করিতে থাকেন।

লক্ষ্মীনারায়ণ ব্রহ্মচারী বৈদ্য-অনুসন্ধানকারীদের সঙ্গে গৌহাটী আসিয়া উপনীত হইয়া জানিতে পারিলেন ইতোমধ্যে অন্ধ মজুমদারের মৃত্যু হইয়াছে। এ সময় এ অঞ্চলে কলেরা ও গ্রহণী রোগ মহামারীর মত ব্যাপ্ত হইয়া পড়ে। ব্রহ্মচারীর চিকিৎসাশাস্ত্রে বিশেষ জ্ঞান ছিল, তাহার সুচিকিৎসায় বহু ব্যক্তি রোগমুক্ত হওয়ায় তাহার সম্মান ও প্রতিপত্তি জনসাধারণের মধ্যে বিশেষভাবে বৃদ্ধি পায়। ব্রহ্মচারী অতি অল্প সময়ের মধ্যে তাহার বুদ্ধি, বহুদর্শিতা ও বিচক্ষণতার গুণে রাজা ও উচ্চ পদস্থ রাজকর্ম্মচারীদের প্রিয়পাত্র হইয়া উঠেন। ঐ সময় ব্রহ্মচারীর চেষ্টায় কিছু শিখ ও হিন্দুস্থানী সিপাই আসামে আসিয়া রাজ সরকারে চাকরী গ্রহণ করে। ইতিমধ্যে হাদিরাচকি [বর্ত্তমান গোয়ালপাড়া জেলায় অবস্থিত ব্রহ্মপুত্রের তীরবর্ত্তী গ্রাম] বা বাঙ্গালহাটের দুয়রীয়া বরুয়া [Custom officer] চাকুরী হইতে অবসর লইলে ব্রহ্মচারী দুয়রীয়া বরুয়ার পদে নিযুক্ত হন।

টিয়কিয়া ব্রাহ্মণ ও তৎপুত্র যোগাই অশ্বক্রান্তে কিছুদিন বাস করার পর ব্রাহ্মণের মৃত্যু হয়। যোগাই তাহার সঙ্গীদের পরামর্শানুসারে লক্ষ্মীনারায়ণ ব্রহ্মচারীর চেলা হইয়া পড়েন। মায়ামরীয়া বিদ্রোহ উপশম হইলে যোগাই ও তার পিতার সন্ধানকারী তাহাদের কতিপয় জ্ঞাতি গৌহাটীতে উপস্থিত হন। ঐ দলে যোগাইর বয়োজ্যেষ্ঠ ও মাতাপিতাহীন একজন জ্ঞাতি খুল্লতাত ছিলেন, ইনিও যোগাইর অনুরূপ ব্রহ্মচারীর শিষ্য হইয়া পড়েন। কামরূপের দুই অনাথ ব্রাহ্মণ বালক এবং এক বিধবা ব্রাহ্মণীর দুই শিশুপুত্রও ব্রহ্মচারীর দ্বারা প্রতিপালিত হন।

ব্রহ্মচারী এক অনাথা ব্রাহ্মণ বালিকাকেও আশ্রয় দেন। ব্রহ্মচারী এই ছয় ব্রাহ্মণ সন্তানকে পুত্ররূপে এবং বালিকাটিকে কন্যারূপে গ্রহণ করেন এবং তাহাদের নূতন নামকরণ করেন। জ্যেষ্ঠর নাম সীতারাম (১) টিয়কিয়া ব্রাহ্মণ বংশের বয়োজ্যেষ্ঠ সন্তান পরশুরাম (২), তৃতীয়জন শম্ভুরাম (৩), যোগাইর নাম রণরাম (৪), এবং কামরূপের বিধবা ব্রাহ্মণীর সন্তান দ্বয় যথাক্রমে অভিরাম (৫) ও পটাভিরাম (৬) এবং কন্যাটির নাম পাতলী। ব্রহ্মচারী নিজে সীতারাম, পরশুরাম ও শম্ভুরামকে নিজ গোত্র দান করিয়া উপনয়ন দেন। এই তিনজন আবার তাহাদের বয়ঃকনিষ্ঠ তিনজনকে উপনয়ন দিয়াছিলেন, সীতারাম— অভিরামকে, পরশুরাম— রণরামকে এবং শম্ভুরাম— পটাভিরামকে। ব্রহ্মচারীর সন্তানরা ব্রহ্মচারীর গোত্র ও প্রবর গ্রহণ করেন। ইহারা এ-দেশের সন্ধ্যাবিধির পরিবর্ত্তে দ্রাবিড় দেশীয় সন্ধ্যাবিধি অনুসরণ

করেন। ব্রহ্মচারী জ্যেষ্ঠ তিন দত্তক সন্তানের বিবাহ দিয়াছিলেন। দ্বিতীয় পুত্র পরশুরামের সহিত বিখ্যাত সীতাংশু সভাপণ্ডিতের বংশোদ্ভূত লক্ষ্মীনাথের কন্যা কামেশ্বরীর বিবাহ হয়। এই পরশুরামেরই জ্যেষ্ঠ পুত্র 'আসাম বুরঞ্জি'র গ্রন্থকার হলিরাম ঢেকিয়াল ফুকন।*

ব্রহ্মচারীর সন্তানদের মধ্যে পরশুরামই অধিক বুদ্ধিমান, পারদর্শী ও কর্মক্ষম ছিলেন। ব্রহ্মচারী রাজসকাশে হাদিরাচকির দুয়রীয়া বরুয়া হিসাবে তাহার নিজ নামের পরিবর্তে পরশুরামের নাম লিখাইয়া লইলেন। আসামের সঙ্গে বঙ্গদেশের জলপথের ও বাণিজ্যিক যোগাযোগের একমাত্র পথ হাদিরাচকি। এই জায়গার দুয়রীয়া বরুয়াকে আসামে আগত বা আসাম হইতে প্রেরিত মালের উপর মাশুল বা ট্যাক্স আদায় করিয়া রাজকোষে জমা দিতে হইত। ব্রহ্মচারী প্রতি বৎসর দশ হাজার নারায়ণী মুদ্রা এবং সত্তর হাজার টাকা মূল্যের দ্রব্যাদি রাজাকে সরবরাহ করার সর্তে ঐ চৌকির কর্তৃত্বভার নিজ হস্তে গ্রহণ করেন। ক্রমে ব্রহ্মচারী শুধু মাশুল আদায় করিয়াই সন্তুষ্ট রহিলেন না। তিনি দেশে ও বিদেশে মাল পরিবহনের জন্য বহু নৌকার ব্যবস্থা করিয়া আসামের বহির্বাণিজ্যের একমাত্র ব্যবসায়ী হইয়া উঠিলেন। এইরূপে ভারতবর্ষের দক্ষিণ-পূর্ব অঞ্চলের এক ব্রাহ্মণ নিজ গৃহ ও স্ত্রী ত্যাগ করিয়া ভারতের উত্তর-পূর্ব অঞ্চলে আসিয়া সংসারী হইয়া পড়িলেন ও স্বীয় তীক্ষ্ণ বুদ্ধি, ধৈর্য্য এবং সাহসিকতার গুণে সেই যুগে আসামের সর্বশ্রেষ্ঠ বিত্তবান রূপে অল্পকালের মধ্যেই প্রতিষ্ঠা লাভ করিলেন।

পরশুরামের প্রথমা পত্নীর গর্ভে ১৭২৪ শকে [১৮০২ খ্রীঃ] হলিরামের এবং ১৭২৭ শকে [১৮০৫ খ্রীঃ] যজ্ঞরামের জন্ম হয়। সেই সময় পরশুরাম হাদিরাচকি বা বাঙ্গালহাটের দুয়রীয়া বরুয়া। তাহার অধীনে বহু সিপাই সান্ত্রী ও লোক লস্কর খাটিত। ২৪০ খানি নৌকা দিবারাত্র মাল আনানেওয়ার কাজে ব্যাপৃত ছিল। বিদেশের সঙ্গে আসামের যোগাযোগের একমাত্র পথ হাদিরাচকি বা বাঙ্গালহাট হওয়ায় ঐ স্থানের দুয়রীয়া বরুয়ার পক্ষে বাংলা, ফার্সী ও হিন্দী প্রভৃতি ভাষা জানা প্রয়োজন। মায়ামরীয়া বিদ্রোহ দমনের পর আসামরাজের সহিত ইষ্ট ইণ্ডিয়া কোম্পানীর যে বাণিজ্য-সন্ধি স্থাপিত হয়, তাহার ফলে দুয়রীয়া বরুয়ার পক্ষে ইংরাজী জানাও

---

* এ স্থলে উল্লেখ অপ্রাসঙ্গিক হইবে না যে লক্ষ্মীনারায়ণ ব্রহ্মচারীর এই পালিত সন্তানরাই পরবর্তীকালে আসামের একাধিক সম্মানিত বংশের আদি পুরুষরূপে স্বীকৃত হইয়াছিলেন। পরশুরামের পুত্র হলিরাম, রণরামের পুত্র গুণাভিরাম এবং শত্রুরামের পুত্র পৃথুরাম।

অবশ্য কর্তব্য হইয়া পড়ে। পরশুরামের জ্যেষ্ঠপুত্র হলিরাম। পিতার অবর্তমানে জ্যেষ্ঠ পুত্রকেই একদিন দুয়রীয়া বরুয়ার দায়িত্ব লইতে হইবে জানিয়াও হলিরামকে ফার্সী, ইংরাজী প্রভৃতি যাবনিক ভাষা শিক্ষা দেওয়া হয় নাই। জ্যেষ্ঠপুত্র হলিরাম পিণ্ডাধিকারী; তিনি ফার্সী, ইংরাজী প্রভৃতি ভাষা শিক্ষা করিলে জাতিভ্রষ্ট হইয়া পিণ্ডদানের অধিকার হইতে বঞ্চিত হইবেন মনে করিয়াই তাহাকে যাবনিক ভাষা শিক্ষা না দিয়া দেবভাষা সংস্কৃত ও বাংলা প্রভৃতি শিক্ষা দেওয়া হইয়াছিল। তিনি দেবভাষা সংস্কৃত ও বাংলায় যে বিশেষ পারদর্শী ছিলেন তাহা তাহার রচিত গ্রন্থাদি পাঠেই স্পষ্ট প্রতীয়মান হয়। ১৭৩৮ শকের [১৮১৬ খ্রীঃ] বৈশাখের শুক্লাচতুর্থীতে পরশুরামের মৃত্যু হয়। তখন হলিরামের বয়স প্রায় ১৪ বৎসর। এই অল্প বয়সেই হলিরাম দুয়রীয়া বরুয়া পদে নিযুক্ত হন। ১৭৪০ শকে [১৮১৮ খ্রীঃ] মানের অর্থাৎ ব্রহ্মদেশীয়দের [ আধুনিক বার্মিজদের] আক্রমণে যখন উজনী আসাম হইলে অনেকে ভাটীর দিকে আসিতেছিলেন তখন হলিরাম বাঙ্গালহাটে মানের বিরুদ্ধে প্রতিরোধ গড়িয়া তুলিবার জন্য তাহার অধীনস্থ শিখ ও হিন্দুস্থানী সিপাই সহ একটি বাহিনী সংগঠন করেন এবং সেই সংগ্রামে তিনি যথেষ্ট বীরত্ব প্রদর্শন করেন। কথিত আছে, তাহার সিপাইরা পরাজিত হইলে তিনি তাড়াতাড়ি নৌকায় উঠেন এবং সেই নৌকায় রক্ষিত বন্দুকের সঙ্গীন দৈবাৎ তাহার গলায় বিদ্ধ হইলে নিজের শক্তিতে তাহা উৎপাটন করিয়া, মাথার পাগড়ী খুলিয়া গলা বাঁধিয়া নৌকাযোগে পলায়ন করেন।

মানের আক্রমণের প্রথমদিকে হলিরাম গৌহাটী ত্যাগ করিয়া হাদিরাচকি যান। হাদিরাচকিতে মানের সঙ্গে যুদ্ধে পরাস্ত হইয়া সপরিবারে যোগীঘোপায় উপস্থিত হন। তৎপর রঙ্গপুর জেলার চিলমারিতে গিয়া কিছুদিন ছিলেন। ইতঃপূর্বে আসামের রাজা ও বুঢ়াগোহাঞি প্রভৃতি চিলমারিতে গিয়া আশ্রয় লইয়াছিলেন। এদিকে গোয়ালপাড়ায় লেপ্টেনান্ট ডেবিড্‌সন সাহেব সেই সময় সৈন্যসহ সীমান্ত রক্ষায় নিযুক্ত ছিলেন। মিঃ স্কট্ সাহেব বৃটিশ সৈন্যসহ আসামে আসার উদ্যোগ করিতেছেন অবগত হইয়া হলিরাম আর চিলমারিতে থাকার কোন প্রয়োজন নাই মনে করিয়া গঙ্গাস্নান করিবার মানসে মুর্শিদাবাদে গিয়া উপস্থিত হন। গঙ্গাতীরে গ্রহণের সময় উপস্থিত হইয়া একজন দণ্ডীস্বামীর নিকট তিনি ও যজ্ঞরাম এবং তাহাদের মাতা ও বিমাতা দীক্ষা গ্রহণ করিয়া অঞ্জলি ভরিয়া স্বর্ণ গুরুদক্ষিণা স্বরূপ দান করেন। পরিশেষে উজাইয়া আসিয়া গোয়ালপাড়াতে অবস্থান করেন। সেখানে তাহার মাতা, মাজুলির আহতগুড়ি সত্রাধিকারী উদ্বাস্তু কৃষ্ণদেব গোস্বামীর কন্যা প্রসূতির সহিত

হলিরামের বিবাহ দেন। তিনি যখন মাটির বন্দোবস্ত করিবার জন্য নওগাঁতে আসেন তখন দীফলু সত্রের অধিকারী লবচন্দ্র গোস্বামীর কন্যা তিলোত্তমা বা কল্যাণীকে দ্বিতীয়বার বিবাহ করেন। হলিরামের প্রথমা পত্নী প্রসূতির গর্ভে প্রথমে একটি কন্যা জন্মে। এই কন্যার মৃত্যুর পর ১৭৫১ শকের ৭ আশ্বিন মঙ্গলবার [১৮২৯ খ্রীঃ] তাহার এক পুত্র জন্মে। এই বালকটির গুপ্তনাম হেমকণ্ঠ এবং প্রখ্যাত নাম আনন্দরাম। এই আনন্দরামই সমগ্র আসামব্যাপী অসমীয়া ভাষা প্রবর্তনের অগ্রদূতরূপে শ্রদ্ধার সঙ্গে স্বীকৃত। *

নৈষ্ঠিক হিন্দু হলিরাম গয়া, কাশী, প্রয়াগ, শ্রীক্ষেত্র প্রভৃতি তীর্থে গমন করিয়া শাস্ত্রীয় বিধানানুসারে তীর্থকৃত্য করিয়া প্রত্যেক স্থানেই বিস্তর দান দক্ষিণা করেন। কামাখ্যা মন্দিরের শীর্ষে সেই সময় যে স্বর্ণ কলস শোভা পাইতেছিল তাহাও হলিরামেরই প্রদত্ত। তিনি উমানন্দ, হয়গ্রীব মাধব, উগ্রতারা প্রভৃতি দেবালয়েও অনেক দান করিয়াছিলেন।

হলিরাম তন্ত্রশাস্ত্রেও বিশেষ পারদর্শী ছিলেন। পূজা, হোম, শান্তি, স্বস্ত্যয়ন প্রভৃতিতে বিশ্বাসী হলিরামের নির্দেশে তাহার গৃহে বারোমাসে তেরো পার্বণ অতি সমারোহের সঙ্গে অনুষ্ঠিত হইত। তিনি নিত্য পূজা করিতেন, দিনে সময়াভাবে সংক্ষেপে পূজা সারিয়া রাত্রে অধিক সময় ব্যাপিয়া পূজায় ব্যাপৃত থাকিতেন। এই স্বধর্মনিষ্ঠ, শিক্ষিত, দানশীল, উদার-হৃদয় ব্যক্তির নিকট জাতিবর্ণ নির্বিশেষে অসমীয়া, বাঙ্গালী, হিন্দুস্থানী সকলেই সমান ব্যবহার পাইয়াছিল। গীতবাদ্য বিষয়েও তাহার বিশেষ আগ্রহ ছিল। প্রতি পর্ব উপলক্ষে তাহার গৃহে গীতবাদ্যের ব্যবস্থা হইত। তাহার প্রধান কর্মচারী ছিলেন চন্দ্রধর রায়। পরে বিক্রমপুরের রামচন্দ্র বিশ্বাস বহুদিন তাহার মোক্তার রূপে নিযুক্ত ছিলেন।

ডেভিড্ স্কট্ সাহেব যখন মানের আক্রমণে উদ্বাস্তু আসামবাসীকে পুনর্বাসন দানে ব্যাপৃত তখন দুয়রীয়া বরুয়া পরিবারের নিকট হইতে যথেষ্ট সাহায্য পান এবং

---

* আনন্দরামের পূর্ব পুরুষ সম্পর্কে Selections from the Record's of the Bengal Government. No-XXII, 1855, পুস্তকে ভিন্ন মত পাওয়া যায় ঃ— "The Chief or only advocate for the use of Assamese in the school, is Aundaram Phokun, whose grandfather, a Bengali Brahmin, was the first of the family who ever came to Assam," [পৃঃ ১৭৫] এই মন্তব্যটি ভ্রমাত্মক। আনন্দরামের পিতামহ পরশুরাম। পরশুরাম টিয়টিকা ব্রাহ্মণ বংশের সন্তান ছিলেন।

দেৱ-দেৱীৰ পূজা-অৰ্চনাৰ বিধি ব্যৱস্থা পৰিষ্কাৰভাৱে বিশদকৈ বৰ্ণনা কৰা হৈছে।

এনে এখন পুথি হৈছে পীতাম্বৰ সিদ্ধান্ত বাগীশকৃত (১৬ খ্ৰীঃ)[৪] তীৰ্থ কৌমুদী। এই গ্ৰন্থখনত ভাৰতবৰ্ষৰ তীৰ্থবোৰৰ ওপৰত বিহঙ্গম আলোকপাত / দৃষ্টিপাত কৰাৰ লগতে কামৰূপৰ অনেক তীৰ্থৰ হুবহু বৰ্ণনা কৰা হৈছে। অনেক ক্ষেত্ৰত পুথিখনে পূৰ্বতে উল্লিখিত কালিকাপুৰাণ আৰু যোগিনীতন্ত্ৰৰ ওপৰত নিৰ্ভৰ কৰিছে। তদুপৰি অন্যান্য মহাপুৰাণ আৰু পুৰাণ, ৰামায়ণ-মহাভাৰতৰ উদ্ধৃতি তাত দিয়া হৈছে।

হলিৰাম শৰ্মা (ঢেকিয়াল ফুকন) ৰচিত 'কামৰূপ যাত্ৰা পদ্ধতি' (শক ১৭৫৫; খৃঃ ১৮৩৩ খ্ৰী)[৫] গ্ৰন্থখনো একে শ্ৰেণীভুক্ত গ্ৰন্থ বুলিব পাৰি। 'পদ্ধতি'ৰ কথা আলোচনা কৰাৰ আগতে গ্ৰন্থখনৰ প্ৰণেতাৰ বিষয়ে এষাৰ কোৱা উচিত। পৰশুৰাম বৰুৱাৰ ঔৰসত, কামেশ্বৰী দেৱীৰ গৰ্ভত ১৭২৪ শকত হলিৰামৰ জন্ম হয়।[৬] অনেক বিচিত্ৰ ঘটনাৰে পূৰ্ণ এক যুগসন্ধিত উচ্চপদস্থ ব্যক্তিৰূপে জীৱন নিৰ্বাহ কৰাৰ পাছত ১৭৫৪ শকৰ ১১ শাওণ মাহৰ কৃষ্ণা ত্ৰয়োদশীত তেওঁৰ মৃত্যু হয়।[৭]

এই অতি চমু (৩০ বছৰীয়া) জীৱনত[৮] তেওঁ দুখন প্ৰসিদ্ধ গ্ৰন্থ ৰচনা কৰি যায়। প্ৰথমখন 'আসাম বুৰঞ্জী' (শক ১৭৫১; খ্ৰী ১৮২৯) আৰু দ্বিতীয়খন 'কামৰূপ যাত্ৰা পদ্ধতি' (১৭৫৫ শক)[৮]। প্ৰথমখন গ্ৰন্থ অসমীয়া ভাষাত আৰু দ্বিতীয়খন সংস্কৃত ভাষাত ৰচনা কৰে। গ্ৰন্থৰ নামৰ মাজত থকা 'যাত্ৰা' শব্দই 'তীৰ্থযাত্ৰা'কৈ যে বুজাইছে তাক কোৱা বাহুল্য মাথোন। 'জীৱনী সংগ্ৰহ'কাৰে চমুকৈ একে আষাৰতে কৈছে, "যোগিনীতন্ত্ৰ, কালিকাপুৰাণ আদি গ্ৰন্থৰপৰা সংকলন কৰি হলিৰাম ঢেকিয়াল ফুকনে 'কামাখ্যা যাত্ৰা পদ্ধতি' (১৮৩২ খ্ৰীষ্টাব্দ) নামৰ সংস্কৃত গ্ৰন্থখন ৰচনা কৰে। এই পুথিত কামাখ্যা আদি সকলো তীৰ্থৰ নিৰ্ণয়, যাত্ৰা আৰু পূজাৰ বিৱৰণ আছে।[৮] এইখিনি কথাই পুথিখনৰ বিষয়ে ইঙ্গিত কৰিছে যদিও পুথিৰ নামটোত আউল লগাইছে; 'কামৰূপ'ৰ সলনি 'কামাখ্যা'ৰ যাত্ৰা পদ্ধতি' বুলি কৈছে।

সি যিহওক আমি সাধাৰণ পাঠকৰ বাবে পুথিখনৰ চমুকৈ পৰিচয় নিবেদন কৰিব খুজিছো।

'কামৰূপ যাত্ৰা পদ্ধতি' পুথিখন দহটা পটল নামে বিভাগত বিভক্ত। ধৰ্মীয় পুথিবোৰত—বিশেষতঃ তান্ত্ৰিক গ্ৰন্থবোৰত অধ্যায়'ৰ সলনি 'পটল' শব্দৰ ব্যৱহাৰ চকুত পৰে। পুথিখনৰ প্ৰথম পটলত কামাখ্যা শব্দৰ ব্যুৎপত্তিগত অৰ্থ তুলি ধৰিছে। কামৰূপ মাহাত্ম্য, কামৰূপ আৰু প্ৰাগ্জ্যোতিষ শব্দৰ ব্যুৎপত্তি আৰু নিৰ্ণয় আদি কথা কোৱাৰ উপৰিও কামাখ্যাৰ পঞ্চমূৰ্তিৰ পূজা মাহাত্ম্য, সামান্য পূজা পদ্ধতি, পৰাৰ্থকৰণ বিধি, পূজাৰ দিঙ্ নিৰ্ণয়, নীলকূট বা নীলাচলৰ বিৱৰণ, কামাখ্যাৰ বন্দিত্ব বিষয়ক সম্যক

পৰিচয় দিছে। শেষৰ ফালে হাজোৰ মণিকূটৰ বিৱৰণ দিছে।

গ্ৰন্থৰ দ্বিতীয় পটলত অশ্বক্ৰান্ত আদিৰ যাত্ৰাবিধি দাঙি ধৰিছে। তাত থকা সকলোবোৰ তীৰ্থৰ পৰিচয়, পূজা আদিৰ কথাও দাঙি ধৰিছে। তৃতীয় পটলত মণিকৰ্ণেশ্বৰ আৰু উৰ্ৱশী যাত্ৰাৰ সবিশেষ পৰচয় দান কৰিছে। উৰ্ৱশী শিলা যে এখন তীৰ্থ তাক অতি কম লোকেহে অনুভৱ কৰে। চতুৰ্থ পটলত নীলাচলৰ পশ্চিমত অৱস্থিত পাণ্ডুনাথাদি যাত্ৰাৰ বিৱৰণ পোৱা যায়।

পঞ্চম পটলটো গুৰুত্বপূৰ্ণ; ইয়াত কামাখ্যা যাত্ৰাৰ সবিশেষ বিৱৰণ দিছে; কামাখ্যাৰ পূজাৰ বিশেষ বিৱৰণ বলিদান আদিৰে সৈতে তুলি ধৰিছে। পূজাৰ বাহুল্য চকুত লগা। শেষলৈ দেৱী সৰস্বতীৰ পূজা বিধি দিছে।

ষষ্ঠ পটলত পোৱা যায় দিক্কৰবাসিনী আদিৰ যাত্ৰাবিষয়ক বিৱৰণ। একেদৰে সপ্তম পটলত হয়গ্ৰীৱ মাধৱৰ যাত্ৰা-বিধি আৰু পূজা-বিধি যথোচিত বহলভাৱে বৰ্ণনা কৰিছে। তাৰ লগতে হাজোৰ বিভিন্ন পাহাৰ, পৰ্বত আৰু ভৈয়ামত থকা গণেশ, কামেশ্বৰ, কেদাৰ আৰু কমলেশ্বৰ প্ৰভৃতিৰ পূজা, দৰ্শন, স্পৰ্শনৰ বিষয়েও কৈছে। ইয়াত যিমানবোৰ কুণ্ড আৰু তীৰ্থৰ কথা কোৱা হৈছে, এতিয়াৰ হাজোবাসীয়েও তাৰ ভু-ভটং পায় বুলি আমি নাভাবোঁ।

অষ্টম পটলত দিবং পালাদিৰ যাত্ৰাৰ বিষয়ে কৈ নৱম পটলত যাত্ৰাবোৰৰ সংক্ষিপ্ত বিৱৰণ পুনঃ তুলি ধৰিছে আৰু লৌহিত্য স্নানৰ সবিশেষ মাহাত্ম্যৰ কথা বিবৰি কৈছে। তালৈ মন দিলে বুজা যায় যে পাপী-তাপীৰ পাপ মোচনত লৌহিত্যৰ প্ৰভাৱ গঙ্গা-যমুনাতকৈ কম নহয়।

অন্তিমত দশম পটলত কামাখ্যাৰ পঞ্চমূৰ্তিৰ পূজা, ত্ৰিপুৰা পূজা, কামেশ্বৰীৰ পূজা আৰু শাৰদাৰ পূজা-বিধি বহলাই তুলি ধৰিছে। এইদৰে শাৰদা দেৱীৰ পূজাৰে গ্ৰন্থখন সমাপ্ত হৈছে।

ওপৰতে উল্লেখ কৰা হৈছে যে লেখকে বহুতো বিষয়ত কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰৰ ওচৰত ধৰুৱা। কামাখ্যা, নীলাচল, হয়গ্ৰীৱ পূজা আদিত এই কথা স্পষ্ট হৈ পৰে। দেৱ-দেৱীৰ ধ্যানবোৰ একোটি স্তোত্ৰৰ দৰে, সিবোৰৰ কাব্যিক সৌন্দৰ্য আৰু সাহিত্যিক প্ৰমূল্য কম নহয়। এনেয়ে পুথিখনৰ সৰহাংশ তীৰ্থবোৰ পৰিচয় দিওঁতে ব্যয়িত হৈছে; আৰু পূজাবোৰৰ বৰ্ণনাও চমকপ্ৰদ। পুথিখন সৰল সংস্কৃতত বিৰচিত। তাৰ পৰা বুজা যায় যে লেখকে সংস্কৃতত সুন্দৰ ব্যুৎপত্তি লাভ কৰিছিল। লেখকে গুহ্যাতিগুহ্য পূজাবোৰৰ বিৱৰণ মাজেৰে তেওঁৰ অনুসন্ধিৎসু মনৰ পৰিচয় দিছে। অনুবাদ কৰোঁতে, ভগৱতী কামাখ্যা, বিঘ্নহৰ গণেশ, সৰস্বতী আৰু হয়গ্ৰীৱৰ কৃপাত কোনো

বিশেষ বাধাৰ সন্মুখীন হোৱা নাই। মন্ত্ৰ, ধ্যান আদিৰো ভাষান্তৰ তুলি ধৰা হৈছে।

পুথিখন ভ্ৰমণকাৰী তীৰ্থযাত্ৰী আৰু ভক্ত দৰ্শনাৰ্থীৰ বাবে একপ্ৰকাৰ হাতপুথি যেন হ'ব। কিন্তু ইয়াত পোৱা ভৌগোলিক বিৱৰণবোৰ কিমান সঠিক তাক কোৱা টান। চৰকাৰৰ পৰ্যটন বিভাগে ইয়াত উল্লিখিত তীৰ্থস্থানবোৰ বিশেষভাৱে জৰিপ কৰি চিহ্নিত কৰিলে ভক্তিপ্ৰাণ তীৰ্থযাত্ৰীসকল উপকৃত হ'ব।

ড° থানেশ্বৰ শৰ্মা

## টোকা ঃ

১। তীৰ্থ শব্দৰ ব্যুৎপত্তি তথা অধিক জ্ঞাতাৰ্থে ড° বিশ্বনাৰায়ণ শাস্ত্ৰী সম্পাদিত (গুৱাহাটী, ১৯৯৪), গ্ৰন্থৰ ইংৰাজী ভূমিকা চাওক।

২। কালিকাপুৰাণ, সম্পাদনা—ইংৰাজ অনুবাদ, ড° বিশ্বনাৰায়ণ শাস্ত্ৰী (দিল্লী, ১৯৯১), দীঘলীয়া ভূমিকাসহ।

৩। যোগিনীতন্ত্ৰম্‌ঙ্গানুবাদসহ, সম্পাদক, স্বামী সৰ্বেশ্বৰানন্দ সৰস্বতী, কলিকতা, বঙ্গাব্দ ১৩৮৫

৪। তীৰ্থকৌমুদী—সম্পাদক, ড° বিশ্বনাৰায়ণ শাস্ত্ৰী, গুৱাহাটী, ১৯৯৪।

৫। পদ্মনাথ গোহাঞিবৰুৱা সম্পাদিত 'জীৱনী-সংগ্ৰহ' গ্ৰন্থত পুথিখনৰ নাম 'কামাখ্যা যাত্ৰা পদ্ধতি' বুলি উল্লেখ কৰিছে; ছপা চনো, ১৮৩২ খ্ৰীষ্টাব্দ বুলি কৈছে। পৃষ্ঠা, ১৯১।

৬। উক্ত গ্ৰন্থ, পৃঃ ১৮৪।

৭। উক্ত গ্ৰন্থ, পৃঃ ১৮৮।

৮। উগ্ৰ গ্ৰন্থ, পৃঃ ১৯১।

## সহায়ক গ্ৰন্থ ঃ

১। কালিকাপুৰাণ ;

২। যোগিনীতন্ত্ৰ,

৩। তীৰ্থকৌমুদী,

৪। জীৱনী-সংগ্ৰহ (২য় প্ৰকাশ, গুৱাহাটী, ১৯৮৯)।

৫। The Student's Sanskrit-English Dictionary, by V. S. Apte, Varanasi, 1963.

৬। বঙ্গীয় শব্দকোষ, ২খণ্ড, হৰিচৰণ বন্দোপাধ্যায়, সাহিত্য অকাদমি, দিল্লী, ১৯৮৮।

# কামৰূপ যাত্ৰা পদ্ধতিঃ

## প্ৰথম পটল

### শ্ৰীগণেশায় নমঃ

শ্ৰীগণেশলৈ নমস্কাৰ। শ্ৰীনীলপৰ্বতত থকা নীল বৰণীয়া সকাম-নিষ্কামৰূপ দুই কুলাৰ দৰে কাণ থকা, গজেন্দ্ৰৰ মুখবিশিষ্ট, সুন্দৰ বেশযুক্ত অজ (জন্মহীন), অনিশ, বিঘ্নহৰণ কৰোতা গণেশক সেৱা কৰো।। মনোভৱ গুহাৰ মাজত বাস কৰা ভগৰূপিনী, কামেশৰ গৃহিণী, কামদায়িনী কামাখ্যাক সেৱা কৰো।। মণিকূটত বাস কৰা মণিকুণ্ডলেৰে অলংকৃত বৃহৎ ঘোঁৰাৰ মুখবিশিষ্ট মহেন্দ্ৰৰ অনুজ (হয়গ্ৰীৱক) ভজনা কৰো।। বহুতো শাস্ত্ৰী চাই-মেলি যাত্ৰীসকলৰ সুখলাভৰ বাবে কামদেৱৰ অন্ত পেলোৱা মৈত্ৰ শাকত প্ৰাগজ্যোতিষঃপুৰবাসী শ্ৰীহলিৰাম শৰ্মাৰ দ্বাৰা (এই) উত্তম কামৰূপ যাত্ৰা পদ্ধতিৰ পাতনি মেলা হৈছে।।

ইয়াৰ পাছত প্ৰথমতে কালিপুৰাণোক্ত **কামৰূপ শব্দৰ ব্যুৎপত্তি** কোৱা হৈছে ঃ

(ভগৱান্) শম্ভুৰ চকুৰপৰা ওলোৱা অগ্নিৰে বাৰুকৈয়ে দগ্ধ হোৱা কামে সেই শম্ভুৰ অনুগ্ৰহতে তাত যিহেতু (পুনঃ) ৰূপ লাভ কৰিছিল (সেইবাবে সেই ঠাই; দেশৰ নাম) কামৰূপ হোৱা বুলি ভবা হয়।।

তাৰ পাছত **প্ৰাগ্জ্যোতিঃপুৰ শব্দৰ ব্যুৎপত্তি** (উক্ত পুথি মতে) ঃ ইয়াৰ মাজত থাকি ব্ৰহ্মাদেৱে পোনতে নক্ষত্ৰ ৰচনা (স্ৰজন) কৰিছিল; সেইবাবে ইন্দ্ৰৰ (অমৰাৱতী) পুৰীৰ সমান এই পুৰীৰ নাম প্ৰাগ্জ্যোতিঃপুৰ বুলি জনাজাত।।

এতিয়া **কামৰূপ নিৰ্ণয়** যোগিনীতন্ত্ৰ, কালিকাপুৰাণ আৰু কুলাৰ্ণবতন্ত্ৰত কোৱা দৰে ঃ-

কৰতোয়া নদীৰপৰা পূবে দিক্কৰ বাসিনীলৈকে, ত্ৰিশ যোজন বিস্তীৰ্ণ, এশ যোজন আয়তনবিশিষ্ট তিনিকোণীয়া কৃষ্ণবৰ্ণ (চিৰ সেউজীয়া), অনেক ঘৰ-বাৰীৰে ভৰপূৰ, দুশ নদীৰ আকীৰ্ণ কোটি (শিৱ) লিঙ্গৰে সমাবৃত (ভূভাগ কামৰূপ নামে জনাজাত)।।

**দিক্কৰবাসিনী শব্দৰ ব্যুৎপত্তি কোৱা হৈছে ঃ**

দিক্কৰ শব্দৰ অৰ্থ তৰুণ বুলি কোৱা হৈছে; শম্ভুকো দিক্কৰ (নিত্য যুবা) বোলা হয়। সেই দিক্কৰৰ (বুকুত) বাস কৰা দেৱীয়েই দিক্কৰবাসিনী হৈছে।।

[কামৰূপীয় চাৰিটা পাঠৰ বিৱৰণ আমাৰ দ্বাৰা ৰচিত বুৰঞ্জী পুথি চাই লওক।]

কামাখ্যা শব্দৰ ব্যুৎপত্তি কালিকাপুৰাণত বেতাল ভৈৰৱৰ প্ৰতি শিৱৰ বচনত (এনেদৰে পোৱা যায়।) ঃ

যিহেতু এই মহাপৰ্বতত মোৰ সৈতে কামক্ৰীড়া কৰিবলৈ আহিছিল, সেয়ে নীলাচলত লুকাই থকা দেৱীক কামাখ্যা বুলি কোৱা হৈছে।। তেওঁ যিহেতু (একেধাৰে) কামদা (কাম দিয়ে), নিজে কামিনী, কামৰ কান্তা (প্ৰেয়সী), কামাঙ্গদায়িনী (ভগ দান কৰ্ত্ৰী), কামঙ্গনাশিনী সেয়ে তেওঁক কামাখ্যা বুলি কোৱা হয়।

তাৰ পাছত **ত্ৰিপুৰা শব্দৰ ব্যুৎপত্তি** (কোৱা হৈছে) ঃ-

ধ্যাতা (ধ্যান কৰা হোৱাত) মহেশ্বৰী দুৰ্গাই তাহানি ত্ৰিজগৎ দান কৰিছিল সেয়ে কামৰূপিণী কামাখ্যা ত্ৰিপুৰা বুলি জনাজাত।। ত্ৰিপুৰা তিনিজল দেৱৰ সৃষ্টিৰ বাবে (ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰৰ) কুণ্ডলিনী শক্তি স্বৰূপ আছিল; তেওঁলোক আটাইকে তিনি তিনি বাৰকৈ (শক্তি দিছিল) বাবে তেওঁৰ নাম ত্ৰিপুৰা হৈছিল।।

কামাখ্যা শব্দৰ ব্যুৎপত্তি আৰু কামেশ্বৰী শব্দৰ ব্যুৎপত্তি। শাৰদা শব্দৰ ব্যুৎপত্তিও (কোৱা হ'ব) ঃ-

(যিহেতু) শৰৎ কালৰ (শুক্ল পক্ষৰ?) নৱমী তিথিত দেৱতাসকলৰদ্বাৰা বোধিতা (জাগৃতা) হোৱা কাৰণে পীঠত আৰু লোকৰ মাজত তেওঁ (কামাখ্যা) শাৰদা বুলি জনাজাত।। সিংহৰ ওপৰত থকা শুক্ল প্ৰেতৰ ওপৰত (থকা) ৰক্ত পদ্মৰ ওপৰত মিচিকিয়া হাঁহিমুখেৰে কামেশ্বৰী থিতাপি লৈছে।।

আগলৈ আকৌ কোৱা হ'ব। কালিকা পুৰাণে তাৰ বিৱৰণ এনেকৈ দিছে ঃ—

কামৰ সময়ত দেৱীয়ে শুকুলা প্ৰেতৰ ওপৰত ন্যস্ত ৰক্তপদ্মৰ ওপৰত থাকে; কিন্তু কামনা ত্যাগ কৰা সময়ত কেৱল ধবল প্ৰেতৰ ওপৰত থাকে। তাৰপৰা গৈ তেওঁ একেদৰে কামদা ৰূপে সিংহস্থা হয়। কেতিয়াবা তেওঁ বগা প্ৰেতৰ ওপৰত, কেতিয়াবা ৰঙা পদুমৰ ওপৰত, কেতিয়াবা সিংহৰ ওপৰত কামৰূপিণীৰূপে বিৰাজ কৰে।

যেতিয়া তেওঁ ৰঙা পদুমৰ ওপৰত থাকে তেতিয়া কেশৰী শৱ আগত থাকে আৰু যেতিয়া প্ৰেত আসনত দেৱী থাকে তেতিয়া আন কোনোবাক তেওঁৰ সন্মুখত দেখা যায়। তেতিয়া মহামায়া ৰূপে বৰদা (বৰদাত্ৰী) হয়।

পূজাৰ কালত তেনেকৈ দেৱী প্ৰেত-পদ্ম আৰু সিংহৰ ওপৰত থকা বুলি আৰু ৰঙা পদুমৰ ওপৰত থকা বুলি ধ্যান কৰিব লাগে আৰু তাৰ আগতে হৰিক চিন্তা কৰা উচিত। যেতিয়া হৰিৰ ধ্যান কৰা হয়, তাৰ আগতে অন্য দুই বাহনৰ কথাও ভাবিব লাগে; এনেদৰে প্ৰেত, পদ্ম আৰু হৰি (সিংহৰ) ওপৰত একে সময়তে থকা বুলি ধ্যান কৰিলে দেৱী অত্যন্ত কামদায়িনী হয়। আনহাতে এটা এটা তেওঁৰ বাহনক শিৱাৰূপে

চিন্তা কৰা উচিত।। যিহেতু তেওঁ সকলো জগৎ জীৱৰ প্ৰকৃতি, সেয়ে সেই জগন্ময়ীক বিষ্ণু, ব্ৰহ্মা আৰু শিৱ প্ৰভৃতি দেৱতাই তেওঁক ধাৰণ কৰে।। সিত (বগা) প্ৰেত হ'ল মহাদেৱ, ৰঙা পদুম ব্ৰহ্মা আৰু হৰি (সিংহ) হৈছে হৰি (বিষ্ণু)— এই মহাপৰাক্ৰমী (দেৱত্ৰয়) তেওঁৰ বাহন বুজিব লাগে।। যিহেতু বাহনকেইটাক (ত্ৰিদেৱক) নিজ নিজ মূৰ্তিত বাহন ৰূপে নিযুক্ত কৰা নহয়, সেইবাবে তেওঁলোক আন তিনিও মূৰ্তিৰূপে বাহনত্ব লাভ কৰে।। য'ত য'ত শিৱাৰূপ মহামায়াই প্ৰীতি লাভ কৰে সেই ঠাইত নিঃসন্দেহে ব্ৰহ্মা-বিষ্ণু আৰু শিৱেও পূজা লাভ কৰে।। এইদৰে সদায় মহামায়া কামাখ্যা যদিও একৰূপিণী, তথাপি তেওঁ ধ্যান আৰু ৰূপত ভিন্নৰূপে পূজিতা হোৱা উচিত।।

যোগিনীতন্ত্ৰত কলিযুগত কামাখ্যাৰ প্ৰাধ্যান্যৰ কথা কোৱা হৈছে ঃ-

কৃত (সত্য) যুগত উড্ডীয়ান পীঠ, ত্ৰেতা যুগত পুণ্যশৈল পীঠ। দ্বাপৰত জালশৈল পীঠ আৰু কলিযুগত কামাখ্যা দেৱীৰ আবিৰ্ভাব হয়।

কামৰূপীয় লোকসকলৰ দেৱীৰ প্ৰতি ভক্তি ৰহিত হোৱাৰ কাৰণ বশিষ্ঠ ঋষি প্ৰভৃতিৰে শাপাদি, তাক বুৰঞ্জী পুথিত চাই লওক।। অন্যবোৰো (চাওক) ঃ-

কলিযুগত ঘৰৰপৰা বহু দূৰত থকা ঠাইক তীৰ্থ বুলি জ্ঞান বা বুদ্ধি হয়। কিন্তু তীৰ্থবোৰ যে আছে এই বুলি ভবাটোতে সিদ্ধিৰ বাবে ইচ্ছা কৰা হয়।।

এতিয়া কালিকাপুৰাণ আৰু যোগিনীতন্ত্ৰ মতে কামৰূপ মাহাত্ম্য কথন ঃ-

কামৰূপ মহাপীঠ গুহ্যবোৰৰ ভিতৰতো পৰম গুহ্যতম; তাত সদায় পাৰ্বতীৰ সৈতে ভগৱান শংকৰ সন্নিহিত থাকে।। এই পীঠত পূজা লাভ কৰি মহাদেৱ অচিৰতে প্ৰসন্ন হয়; তাত শিৱভক্তসকলৰ প্ৰতি পাৰ্বতীয়েও অনুগ্ৰহ দেখুৱায়।। তাত প্ৰপূজিত পৰমেশ্বৰে ভক্তজনক অচিৰতে কামনা কৰা ফল দান কৰে।। সেই পীঠৰ বায়ব্য, নৈঋতী, মধ্যম, ঐশিনী, আগ্নেয়ী—ইবোৰৰ মাজত আৰু কাষত শংকৰ থাকে। নীল নামে শ্ৰেষ্ঠ পৰ্বতত পাৰ্বতী থাকে।। সেই নীলাচলৰ ঐশিনী দিশত শংকৰৰ মহা আশ্ৰম আছে। তাত সদায় ঈশ্বৰে তেওঁৰ অধীনত থকা পাৰ্বতী দেৱীৰ সৈতে বাস কৰে। হৰগৌৰীৰ আন ভালেমান পুৰাতন স্থান আছে; কিন্তু এই দুই আশ্ৰমৰ সদৃশ আন কোনো শিৱাশ্ৰম নাই।।

## অথ কামাখ্যান্তৰ্গৃহ মৰণ মাহাত্ম্যম্

## কামাখ্যান্তৰ্গৃহ মৰণৰ মাহাত্ম্য ঃ

হে প্ৰিয়ে কামাখ্যাৰ গৃহঅভ্যন্তৰত যিসকলৰ মৃত্যু হয় তেওঁলোক সনাতন ব্ৰহ্ম (লোক) লৈ যায়। আজিও জন্তুবোৰৰ দক্ষিণ শ্ৰৱণ (কাণ) পেলালে (মৃত্যু হোৱা)

দেখা যায়।। সেয়ে জ্ঞানদাতা সদাশিৱে নিঃসন্দেহে তেনেকৈ নপৰে (নোশোৱে)। সেইবাবে কোনেও সোঁকাণ পাৰি মাটিত শিৰ নেপেলায়।।

কামাখ্যাৰ গৃহৰ অন্তৰ্ভাগ নিৰূপণ—

সিদ্ধেশ্বৰ, কোটিলিঙ্গ, হেৰুক আৰু বাৰাণসী ক্ষেত্ৰক দেৱীৰ অন্তৰ্গৃহি বুলি জনা যায় আৰু মনত ৰখা হয়।।

**প্ৰাগ্‌জ্যোতিঃপুৰ মাহাত্ম্য**। কালিকা পুৰাণত বেতাল আৰু ভৈৰৱৰ প্ৰতি শিৱৰ বচন—

ইয়াতে দহজন দিক্‌পাল নিজ নিজ পীঠত ব্যৱস্থিত। ইয়াতে স্বয়ং ব্ৰহ্মা, মহাদেৱ মই, সূৰ্যদেৱ, চন্দ্ৰদেৱ, হে পুত্ৰক সততে বাস কৰে। এই সকলো দেৱতাই এই উত্তম দেশলৈ গোপনে আহে।। ইয়াতে বহু পৰিমাণে শ্ৰী (লক্ষ্মী) আৰু সকলো ভাল ভোগ্য বস্তু পোৱা যায়।

কামাখ্যা যোনিত পূজা ফল আদিৰ কুলাৰ্ণবাদি তন্ত্ৰত পোৱা অতিৰিক্ত কথা—

য'ত য'ত পূজাৰ ফলাধিক্য আছে তাকে কওঁ ঃ— বাৰাণসীত কৰা পূজা সম্পূৰ্ণ ফলদায়ী।। তাৰ দুগুণ ফল পুৰুষোত্তমৰ ওচৰত পোৱা যায় বুলি কৈছে। তাতোকৈ দুগুণ ফল বিশেষকৈ পোৱা যায় দ্বাৰৱতীত (দ্বাৰকাত)।। সকলো ক্ষেত্ৰত কৰা পূজাৰ ফল অকলে দ্বাৰৱতীত পূজা কৰাৰ সমান হয়। বিন্ধ্যত কৰা পূজাৰ ফল শতগুণ, আৰু ই গঙ্গাত কৰা পূজাৰ সমান বুলি কোৱা হয়।।

আৰ্যাবৰ্ত, মধ্য দেশ তথা ব্ৰহ্মাবৰ্তত কৰা পূজাৰ ফলৰ বিন্ধ্যত কৰা পূজাৰ ফলৰ দৰে হয়, তেনেকৈ প্ৰয়াগ আৰু পুষ্কৰৰ ফলো একে।। কৰতোয়া নদীৰ পানীত কৰা পূজাৰ তাৰ চাৰি গুণ হয়। নন্দিকুণ্ড আৰু ভৈৰৱৰ পূজাৰ ফল তাৰে চাৰি গুণ হয়।। জল্পীশৰ ওপৰত কৰা পূজাৰ ফল তাৰ চাৰি গুণ বুলি কোৱা হয়। সিদ্ধেশ্বৰ যোনিত কৰা পূজাৰ ফল তাৰ দুগুণ হয়। লৌহিত্য নদী পথত কৰা পূজাৰ ফল তাৰে গুণ হয়। কামৰূপৰ জলে-স্থলে সকলোতে কৰা পূজাৰ ফল তাৰ সমান হয়।

দেৱগণৰ ভিতৰত যেনেকৈ বিষ্ণু সৰ্বশ্ৰেষ্ঠ আৰু দেৱীৰ ভিতৰত লক্ষ্মী সৰ্বোত্তমা, তেনেকৈ কামৰূপেশ্বৰৰ গৃহত দেৱী পূজা প্ৰশস্ত।।

দেৱীক্ষেত্ৰ কামৰূপৰ সমান অন্য কোনো ক্ষেত্ৰ নাই। আন ঠাইত বিৰলা (দুৰ্লভা) দেৱী কামৰূপৰ ঘৰে ঘৰে আছে।। গতিকে তাতোকৈ এশগুণ পূজাৰ ফল পোৱা যায় নীলকূটৰ শীৰ্ষত। বৰলিঙ্গ হেৰুকত কৰা পূজাৰ ফল তাৰো দুগুণ।। পাৰ্বতী দেৱীৰ যোনিত পূজা কৰি তাৰ দুগুণ ফল পোৱা যায়। তাতকৈ এশ গুণ ফল লাভ হয় কামাখ্যাৰ যোনিমণ্ডলত।। যি লোকে কামাখ্যাৰ মহাযোনিত এবাৰ মাথোন পূজা কৰিছে তেওঁ এই জন্মত সকলো কাম (ইচ্ছাৰ ফল) লাভ কৰে আৰু পৰজন্মত শিৱৰ ৰূপ ধৰে। তেওঁৰ সদৃশ আন কোনো নাথাকে আৰু তেওঁৰ কৰিবলগীয়া একো নাথাকে; তেওঁ জন্মত

চিৰবাঞ্ছিত ফল লাভ কৰি চিৰায়ু হৈ জন্ম লয়।। আনৰ বাধা নেওচি বায়ুৰ দৰে তেওঁৰ গতি (সুক্ষ্ম) হয়। সংগ্ৰাম আৰু শাস্ত্ৰবাদত তেওঁ দুৰ্জয় হৈ পৰে।।

এতিয়া কামাখ্যাৰ পঞ্চমূৰ্তি পূজা মাহাত্ম্য (কোৱা হৈছে) ঃ

এনেকৈ যিজনে পাঁচ প্ৰকাৰ তন্ত্ৰেৰে পাঁচ মূৰ্তি ধাৰণ কৰা শিৱানীক (পূজা কৰে) ইয়াৰ প্ৰতিটোৱে বা স্বয়ং বৰদাম্বিকাই সহায়ক হয়।। তেওঁৰ কোনো বিঘিনি, আধি-ব্যাধি আদি নাথাকে। আনকি ধন-ধান্য সমৃদ্ধিৰেও তেওঁৰ সদৃশ আন কোনো নাথাকে কোটি প্ৰকাৰৰ উৎসৱেও মানুহসকলৰ যি ফল লাভ নহয়, তেনে ফল কামাখ্যাৰ যোনিমণ্ডলৰ (পূজাৰ) ফলত লাভ হয়।। যিজন সাধকে এই বিধি অনুসৰি তিনিবাৰ পূজা কৰে তেওঁ এশ বংশক (জন্ম) উদ্ধাৰ কৰি দেৱীক্ষেত্ৰ (লোক) পায়গৈ।। নীল-পৰ্বতত আৰোহণ কৰি কামাখ্যা যোনিমণ্ডলত (পূজা কৰি) পাপাদি দোষৰপৰা সহস্ৰ বংশক উদ্ধাৰ কৰি এই লোকক দীৰ্ঘায়ু হৈ সুখ-ঐশ্বৰ্য লাভ কৰি দেহান্তত মোৰ গৃহ পায় গণসকলৰ অধিপতি হয়।। যিজন সাধকে অষ্টমী বা নৱমীৰ কোনো এটা দিনত পাঁচবিধ মন্ত্ৰৰে তন্ত্ৰৰে সৈতে পঞ্চৰূপা কামাখ্যাক— বৰদা দেৱীক মণ্ডলেৰে বা পৃথক পৃথকৈ পূজা কৰে; পাঁচ প্ৰকাৰ মন্ত্ৰেৰে দেৱীৰ ধ্যান তথা জপ কৰে সেইজন মানৱে কল্প কোটি লক্ষ (বছৰ) মোৰ (শিৱৰ) লোকত থাকি দেৱীৰ প্ৰসাদত নিৰ্বাণ লাভ কৰে।। ইহলোকত তেওঁ বাঞ্ছিত অৰ্থ, সুখ তথা যশ লাভ কৰে; সিংহই যিদৰে মাতঙ্গক জয় কৰে সেই ধীমানজনেও শত্ৰুক জয় কৰি চিৰায়ু হৈ বহু পুত্ৰ-পৌত্ৰৰ সৈতে ক্ৰীড়া কৰি পুৰন্ধ্ৰীৰ সৈতে অমৰৰ দৰে আদৰ পাই সদায় যক্ষ, ৰাক্ষস, পিশাচসকলক ভয় দেখুৱাই সকলো কামবস্তু লাভ কৰি দ্বিজৰাজৰ দৰে হয়।।

কালিকাপুৰাণত লিখিত কামাখ্যা পূজাৰ সামান্য পদ্ধতি অনুসৰি সৰ্বদেৱৰ পূজাকৰণ বিধি ঃ

বাসুদেৱ, ৰুদ্ৰ, ব্ৰহ্মা আৰু সূৰ্যৰ পূজা সকলো পূজাত পদ্ধতিগতভাৱে জ্ঞানীজনে কৰিব লাগে। এনেদৰে যিজনে বিশেষ পদ্ধতিৰে বিষ্ণুক পূজা কৰে তেওঁ অচিৰে চতুৰ্বৰ্গদাতা হৰি হৈ জন্ম গ্ৰহণ কৰে।। এই পদ্ধতিৰে যদি পূজা কৰা হয় তেনেহ'লে শিৱ বা সূৰ্য অথবা গণেশ আদি সকলো দেৱ প্ৰসন্ন হয়।।

যোগিনীতন্ত্ৰত যাত্ৰাৰ প্ৰাক্ কৰ্তব্য কোৱা হৈছে ঃ

নিজৰ ঘৰত পিতৃৰ উদ্দেশ্যে নান্দীমুখাদি নিত্য শ্ৰাদ্ধাদি সমাপ্ত কৰি ভক্তিৰে বিধি অনুসৰি পূজা পাতল কৰি তাৰ পাছত যাত্ৰা আচৰণ কৰিব।। সূৰ্য উত্তৰ দিশলৈ গ'লে (অৰ্থাৎ উত্তৰায়ণত) শুভ গ্ৰহ অনুকূল হ'লে গুৰু আৰু পিতৃসকলৰ অনুমতি সাপেক্ষে, বিশেষতঃ ব্ৰাহ্মণসকলৰ বচন মানি সাতজন দ্বিজক ভোজন কৰাই যাত্ৰা আচৰণ কৰিব লাগে।

কামৰূপ যাত্ৰাৰ আগত কৰিবলগীয়া শুদ্ধি ঃ

গৌড়-ঈশানত গুৰুৰ শুদ্ধি কামৰূপত ভৃগোৰ মতে হয়।

তাত যাত্ৰীসকলৰ কৰ্তব্যাকৰ্তব্য কোৱা হৈছে ঃ

যানেৰে গ'লে আধা ফল নষ্ট হয়, তেনেকৈ ছাতি ল'লে আৰু পাদুকা পিন্ধি গ'লেও আধা ফল নাশ পায়। একেদৰে যাত্ৰাৰ বিৰতি হ'লে বা মাংস ভক্ষণ কৰিলে তীৰ্থ যাত্ৰাৰ ফল নষ্ট হয়।। তীৰ্থত আচমন, পাদ প্ৰক্ষালন (ভৰি ধোৱা), শৌচ কৰ্ম, তেল ঘঁহা আৰু অন্য তীৰ্থৰ প্ৰশংসা বৰ্জন কৰিব।। অন্য তীৰ্থৰ প্ৰতি অনুৰক্তিও এই তীৰ্থত দোষণীয়। তীৰ্থত মল, কেশ কৰ্তন কৰা অনুচিত। তীৰ্থৰ তীৰত বিশেষকৈ দক্ষিণ পাৰত নিবাস নকৰিব। আকৌ তীৰ্থৰ দক্ষিণত কেতিয়াও স্নান নকৰিব।। তীৰ্থৰ উত্তৰতহে দেৱী আঠ কোটি হাজাৰ তীৰ্থ আৰু পুণ্য আয়তন আছে। হে প্ৰিয়ে তীৰ্থৰ দক্ষিণত বাওঁ শৰীৰ। তীৰ্থক্ষেত্ৰত ব্ৰাহ্মণৰ পৰীক্ষা কেতিয়াও নকৰিব; যি তীৰ্থত যিজন দেৱতা অথবা দ্বিজ থাকে সেই দেৱতা দ্বিজ বন্দনীয় আৰু পূজনীয়, তেওঁলোকৰ বাক্যৰ দ্বাৰা পবিত্ৰতা লাভ হয়। তাত শ্ৰাদ্ধ, পিণ্ডত কাল নিয়ম নাই আৰু মদৰ ব্যৱহাৰ বৰ্জন কৰিব লাগে।

অন্য মত পদ্মপুৰাণ মতে —

তীৰ্থলৈ গৈ বিচক্ষণজনে দূৰতে মূৰ দোঁৱাব আৰু তীৰত বাস কৰিব। সকলো তীৰ্থতে মুণ্ডন উপবাস এই বিধিৰে কৰিব।। আকৌ— যিজনৰ দুহাত, দুই ভৰি, মন, বিদ্যা, তপঃ, কীৰ্তি সুসংযত তেওঁহে তীৰ্থফল লাভ কৰে।।

যোগিনীতন্ত্ৰ মতে তীৰ্থযাত্ৰাত নিষিদ্ধ কাল ঃ

গুৰু ৰবিত থাকিলে, তেনেকৈ গুৰু সিংহ, শুক্ৰ অন্তিম চৰণত থাকিলে দেৱতা দৰ্শন, যাত্ৰা আৰু প্ৰতিষ্ঠা নকৰাব।।

যোগিনীতন্ত্ৰত কোৱা মতে তীৰ্থপ্ৰাপ্তিৰ নিমিত্তে পাৰ্বণ শ্ৰাদ্ধত আৱাহনাদি নিষেধঃ

(তীৰ্থত কৰা পাৰ্বণ শ্ৰাদ্ধত) কোনো আৱাহন, অৰ্ঘ্য, অগ্নি কৰণ, পাত্ৰ আলম্ভণ অক্ষয়ৰ নিশ্চয়তা নাই। তাত বাস সূত্ৰ প্ৰদান কৰিব নালাগে। বিচক্ষণজনে শ্ৰাদ্ধ কৰি মদত (?) স্নান কৰি দেৱতাক পূজা কৰিব।। তেওঁ শক্তি অনুসৰি দান কৰা উচিত যদিও দানৰ পাত্ৰ পৰীক্ষা কৰিব নালাগে।। সিদ্ধ ক্ষেত্ৰ আৰু তীৰ্থবোৰত আনৰ আশীৰ্বাদ কৰিব নালাগে; আন ঠাইত বিশেষকৈ তিল আৰু গাই গৰু নুখুজিব।।

পৰাৰ্থকৰণ বিধি ঃ

সুধীজনে উত্তৰ অভিমুখ হৈ বান্ধৱক স্নান কৰাব। তাকে কৰোতে 'কুশোঽসি ত্বা' (তুমিয়েই কুশ) বুলি মন্ত্ৰ পঢ়ি কুশেৰে তিনিবাৰ স্নান কৰাব।। সেই তীৰ্থৰ এক চতুৰ্থাংশ ফল নিঃসন্দেহে পায়, যদিহে তেওঁ কোনো দ্বিজক নাম কাঢ়ি কোলাত তুমি স্নান কৰোৱায়। তাকে কৰি ব্ৰাহ্মণে তীৰ্থ ফলৰ আধা লাভ কৰে।

আন কৰ্তব্যৰ কথা পদ্মপুৰাণ, তীৰ্থ কৌমুদী আদিত বিচাৰি চাওক।

যোগিনীতন্ত্ৰত যাত্ৰাৰপৰা উভতি আহি কৰিব লগা বিষয় কোৱা হৈছে ঃ

হে মহেশ্বৰী! তীৰ্থৰপৰা উভতি অহাৰ পাছত সকলো কৰ্মৰ আগতে বৃদ্ধি শ্ৰাদ্ধ কৰণীয়।।

সকলো তীৰ্থতে কাম্যতৰ্পণ নিষেধ ঃ

হে দেৱেশী! সকলো তীৰ্থতে কাম্যতৰ্পণ কৰিব নালাগে। বিশেষ কাম্যতৰ্পণ বিধিত সৌভাগ্য স্নানক অধিকাৰ কৰি কৈছে ঃ

স্নান কৰি উঠি সম্যকভাৱে দেৱীক দৰ্শন কৰিব আৰু তাৰপৰা অশ্বমেধ যজ্ঞৰ ফল লাভ কৰিব। তেতিয়া দেৱ, পিতৃ আৰু আন কাম্যসকলৰ উদ্দেশ্যে তৰ্পণ কৰা উচিত। একেদৰে অশ্বক্ৰান্ত, গঙ্গা, আগস্ত্য, প্ৰয়াগ, বাৰাণসীহ্ৰদ, ভৃগুআৰাম, পুষ্কৰ,গঙ্গাহ্ৰদ, ব্ৰহ্মাসৰ আৰু দুৰ্গাকূটত স্নান কৰা উচিত।।

এদিনত কুণ্ড স্নান নিৰূপণ ঃ

প্ৰতিখন তীৰ্থত প্ৰতিটো কুণ্ডত একোদিনত দহ, আঠ, পাঁচ, সাত বা তিনিবাৰ ডুব (মৰা উচিত)।।

লৌহিত্য তীৰ্থত মুণ্ডন নিশেষ ঃ

লৌহিত্য, গোল, গয়া, বিৰজ, কন্যাশ্ৰম, সুগন্ধ, পাৰিপাত্ৰ, সুকৰঙ্গ আৰু একাম্ৰ তীৰ্থত মুণ্ডন বৰ্জন কৰা উচিত।

কামাখ্যাত পূজা কৰাৰ বিশেষ কাল ঃ

শৰৎ কালত আৰু শুক্লা অষ্টমীত যিজনে পূজা কৰে তেওঁ যুদ্ধক্ষেত্ৰ আৰু শাস্ত্ৰভেদত দুৰ্জয় হৈ পৰে।।

কামাখ্যা দৰ্শনত নিষেধ কাল ঃ

যিজনে সিদ্ধি লাভ কৰাৰ মানস কৰে তেওঁ (কামাখ্যাৰ) স্নান কালত, অৰ্ধৰাত্ৰিত আৰু মহাপূজাৰ শেষত মহামায়াক স্পৰ্শ নকৰিব।

তাত কুমাৰ দ্বাৰা দৰ্শনৰ নিষেধ কাল ঃ

মহাষ্টমীত, নিশাৰ ভাগত, দিনৰ অন্তত, যুগৰ আগত, কাতি মাহত কুমাৰসকলে (দেৱীক) দৰ্শন কৰিব নালাগে।।

কামাখ্যা দৰ্শনত অন ধিকাৰত্ব কথন ঃ

ৰজা আৰু ৰূপবান শূদ্ৰজনে, বিধবা ব্ৰাহ্মণীয়ে কেতিয়াও কোনো মতে দেৱীক দৰ্শন নকৰিব আৰু বিশেষকৈ যুৱতী তিৰোতাই দেৱীক স্পৰ্শ নকৰিব।

কামাখ্যা যাত্ৰাত নিষেধ কাল ঃ

পুহ মাহৰ অষ্টমী তিথিত, ভাদ মাহৰ নৱমী আৰু ত্ৰয়োদশীত, এই দিনত, লগতে কৰ্কট ৰাশিৰ আদিত পাৰ্বতী গৃহলৈ যোৱা অনুচিত।। এই নিষিদ্ধ দিনত্ৰয়ত দেৱীক

স্পৰ্শ কৰিলে শাপ দিয়ে আৰু দৰ্শন কৰিলে আয়ু ক্ষয় হয়। (একমাত্ৰ) দীক্ষিতজনেহে পূজা কৰা উচিত, অদীক্ষেতে কিন্তু পূজা নকৰিব।।

কামাখ্যা পূজনৰ দিঙ্‌নিৰূপণ ঃ

ঈশান অথবা কৌবেৰী দিশত কামাখ্যা পূজন বিধেয়।

কামাখ্যা মহাস্নান মাহাত্ম্য ঃ

এনেদৰে যি নৰে কেতিয়াবা কামাখ্যাক স্নান কৰোৱাত তেওঁৰ সাত জনমত কৰা পাপো তৎক্ষণাৎ নোহোৱা হয়।। কামাখ্যা দেৱীক স্নান কৰাই সেই নৰে আয়ুস, বল, যশ, তেজ, সৌভাগ্য আৰু পুষ্টি লাভ কৰে।। ইয়াত সন্দেহ নাই।। এনেকৈ যি বুদ্ধিমান নৰে মহাস্নান কৰে শাৰীৰিক আৰোগ্য, আয়ুস আৰু উত্তমা শ্ৰী লাভ কৰে।।

কালিকাপুৰাণ মতে মণিকূট যাত্ৰাত বিশেষ ক'লে ঃ

জেঠ মাহৰ শুক্লপক্ষৰ পঞ্চদশী আৰু অষ্টমী তিথিত যিজনে পুনৰ্ভৱজলত স্নান কৰি বিধি অনুসাৰে হৰিক দৰ্শন কৰে তেওঁ সকলো কুশল পোৱাৰ লগত বিষ্ণুৰ সাযুজ্য পায়।।

মণিকূট যাত্ৰা মাহাত্ম্য ঃ

এনে পীঠ যাত্ৰা কৰি যি পুৰুষোত্তম যাত্ৰিকে ক্ৰম অনুসৰি সাত পুৰুষ আগৰ, সাত পুৰুষ পাছৰ লগতে নিজকে ধৰি পঞ্চদশ পিতৃক উদ্ধাৰ কৰি ত্ৰিদিবলৈ নিয়ে। যিজনে কৌতুকবশতঃ বা পুনৰ্ভৱ জলত স্নান কৰি) মণিকূটলৈ যায়, সেই মানুহে সকলো তীৰ্থযাত্ৰাৰ ফল লাভ কৰে।।

অশ্বক্ৰান্ত মাহাত্ম্য ঃ

অশ্বক্ৰান্তৰ জলত স্নান কৰি জনাৰ্দন প্ৰভুক পূজা কৰি মানুহে কৌটি কুলক উদ্ধাৰ কৰি নিজে পুৰুষোত্তম হৈ পৰে। ব্ৰহ্মাণ্ড গোচৰত অশ্বক্ৰান্তৰ সমান তীৰ্থ নাই; তাৰ জলত বা স্থলত মৃত ব্যক্তিয়ে সনাতন ব্ৰহ্মলোকলৈ যায়।।

সমুদায় কামৰূপ যাত্ৰা মাহাত্ম্য ঃ

যি উত্তম ব্যক্তিয়ে কামৰূপ মহাপীঠৰ কথা জনে তেওঁ দিব্যজ্ঞানসম্পন্ন হৈ পৰমনিৰ্বাণ লাভ কৰে।। যিজনে কামৰূপত সকলো পীঠলৈ যাত্ৰা কৰে, সকলো পীঠকে সামৰি সকলো দেৱতাৰ পূজা কৰে তেওঁ দহ উৰ্দ্ধ পুৰুষ, দহ নিম্ন পুৰুষ আৰু নিজক ধৰি একবিংশতি পুৰুষক দিব্য জ্ঞান দি বেগতে সকলোৰে মুক্তিৰ বিধান কৰে।।

নীলকূটৰ বিৱৰণ। কালিকাপুৰাণত মধুকৈটভ যুদ্ধত ব্ৰহ্মশক্তি শিলা ৰূপত নীল শৈলত বিষ্ণুৰদ্বাৰা মধুকৈটভ বধৰ পাছত নাটকাচলত বেতাল ভৈৰৱৰ প্ৰতি শিৱৰ উক্তি ঃ

প্ৰাণীসকলক সৃষ্টি কৰাৰপৰা বহু কাল অতীত হোৱাৰ পাছত বধূশ্ৰেষ্ঠা দক্ষৰ তনয়াক ভাৰ্যাৰূপে গ্ৰহণ কৰিছিলো।। তেওঁ মোৰ প্ৰেয়সী ভাৰ্যা হ'ল। তেওঁ দেউতাকক চৰ্ত দি ক'লে, যেতিয়াই তুমি মোৰ অনিষ্টকাৰী হ'বা, তেতিয়াই মই প্ৰাণ ত্যাগ কৰিম।।

তাৰ পাছত তেওঁ যজ্ঞ আৰম্ভ কৰিলত সকলো চৰাচৰক নিমন্ত্ৰণ কৰিলে; কিন্তু মোক আৰু তেওঁক (দক্ষপুত্ৰীক) নামাতিলে; তেনেকৈ তেওঁৰ অনিষ্ট হোৱাত তেওঁ মৃত্যু (বৰণ) কৰিলে।। তেতিয়া মই মোহপ্ৰাপ্ত হৈ তেওঁৰ মৃতদেহ কান্ধত লৈ ইফালে-সিফালে ভ্ৰমণ কৰি শেষত এই পীঠশ্ৰেষ্ঠ পালোহি।। তাৰ পাছত পৰ্যায় ক্ৰমে তেওঁৰ অঙ্গবোৰ য'ত য'ত পৰিল, যোগনিদ্ৰাৰ প্ৰভাৱত ত'ত ত'ত একোখন পুণ্যতম (পীঠ)ৰ সৃষ্টি হল।। সেই কুব্জিকা পীঠত সতীৰ সেই যোনিমণ্ডল পৰিছিল আৰু তাতে মহামায়া অদৃশ্যা হ'ল।। পৰ্বত ৰূপ মোতেই যোগনিদ্ৰা লীন হোৱাত আৰু দেৱী যোনিমণ্ডল তাত পৰাত সেই পৰ্বত গাঢ় নীল বৰণৰ হ'ল।। সেই অতি উচ্চ পৰ্বতখন তেতিয়া পাতালত প্ৰবেশ কৰিলে, দেৱীৰ গাঢ় আক্ৰমণৰ ফলত (বহি যোৱা) পৰ্বতখন ব্ৰহ্মাই ধৰি ৰাখিলে।। সেই চতুৰ্মুখ ব্ৰহ্মাই সেই পৰ্বতখন ধৰি ৰাখিবলৈ পূৰ্বতে পৰ্বতৰ ৰূপ ধৰিছিল। সেই ৰূপেৰে তেওঁ মোক ধাৰণ কৰিছিল।। পৰ্বতৰূপী ব্ৰহ্মাই পৰ্বতৰূপ মোৰ সৈতে সংসক্ত হৈ বিধিৰ মায়াৰে গাঢ়ভাৱে আক্ৰান্ত হৈ তললৈ বহি গ'ল।। তেতিয়া মোৰে সৈতে মায়াৰ প্ৰসাধনেৰে সংসক্ত (সংলগ্ন) বৰাহ গিৰিৰূপী (ব্ৰহ্মাই ) গিৰিৰূপ (মহাদেৱক) ধৰি ৰাখিবলৈ যত্ন কৰিলে।। তললৈ বহি যাব ধৰা পৰ্বত ৰূপিণী পৃথিৱীক ধৰি ৰাখিবলৈ গৈ মোৰে সৈতে তললৈ গৈ (শেষত) তেওঁ নীল পৰ্বত হৈ থাকিল।। এই তিনিওখন পৰ্বতৰ উচ্চতা শ শ যোজন আছিল; মহাদেৱীৰে আক্ৰান্ত হৈ সকলোটি তললৈ বহি গৈছিল; শেষত তিনিও পৰ্বতৰ উচ্চতা মাত্ৰ এক ক্ৰোশ ৰ'ল গৈ।। যিহেতু তেওঁ সমস্ত জগতৰে একমাত্ৰ প্ৰকৃতি, সেয়ে, এই জগতৰ প্ৰসূতিক ব্ৰহ্মা-বিষ্ণু-শিৱ তিনিও দেৱতাই ধৰি ৰাখিছে।। তিনিও পৰ্বতৰ প্ৰথম এই ব্ৰহ্মশিলাকে দেৱতাসকলে শ্বেত (পৰ্বত) বুলি কয়।। মোৰ ৰূপ ধৰা এই পৰ্বতক নীল পৰ্বত বুলি কয়। এই পীঠ (দেৱী ক্ষেত্ৰ) ত্ৰিকোণ আৰু উলুখলৰ আকৃতিৰে মাজতে আছে আৰু ই ব্ৰহ্মা পৰ্বত আৰু বৰাহ পৰ্বতৰ মাজত জিলিকি আছে।। পৰ্বতৰূপী বৰাহক চিত্ৰাচল বোলা হয়; ই সকলো পৰ্বতৰ পাছফালে আৰু ই সকলোতকৈ দীঘলীয়া।। ঐশিন্য (পূৰ্বোত্তৰ) কোণত জ্যোতিৰ্ময় পৰ্বত ৰূপত থকা কূৰ্ম পৰ্বতকে মণিকৰ্ণ বোলা হয় আৰু তাত অনেক দেৱতা থাকে।। বায়ু কোণত (উত্তৰ-পশ্চিম কোণত) থকা পৰ্বতৰূপ অনন্ত মণিপৰ্বত নামে জনাজাত আৰু ই মাধৱৰ প্ৰিয় স্থান।। মহামায়া নামে পৰ্বত (দক্ষিণ-পশ্চিম) নৈৰ্ঋতী দিশত অৱস্থিত; ইয়াক গন্ধমাদন নামে জনা যায় আৰু ই সদায় শঙ্কৰৰ প্ৰিয় স্থান। বৰাহ পৰ্বতৰ চৰম পৃষ্ঠত, য'ত (এসময়ত) (মধু-কৈটভ নামে) দুই মহাসুৰৰ মূৰ দুটা ছিন্ন কৰিছিল, তাত পাণ্ডুনাথৰ আবিৰ্ভাব হৈছিল।। ব্ৰহ্মশক্তি শিলাৰ পূব ভাগৰ মাজতে ভস্মাচল নামে মই পৰ্বতৰূপ ধৰি আছো।। এনেদৰে কুব্জিকা পীঠ নামক পুণ্যতম পীঠত নীলকূটত মোৰে সৈতে দেৱীয়ে গোপনে বাস কৰে।। সেই ঠাইতে সতীৰ যোনিমণ্ডল শিলাৰতি হৈ পৰিছিল আৰু শিলাৰূপ ধাৰণ কৰি কামাখ্যা নামে জনাজাত হৈছে।। মৰ্ত্য মানৱে সেই শিলা স্পৰ্শ কৰি অমৰত্ব লাভ কৰে; (তেওঁ

অমৰ হৈ ব্ৰহ্মালোকত থাকি মোক্ষ লাভ কৰে)।। কামেশ্বৰী থকা সেই শিলাৰ মাহাত্ম্য এনেতোহে যে সেই গুহ্য শিলাৰে সম্পৰ্ক হোৱা লোও ভস্মসাৎ হয়।। সকলো লোকক মোহাভিভূত কৰিবলৈ আৰু মোৰ প্ৰীতিৰ বাবে সেই শিৱাই প্ৰতিদিন পাঁচটা মূৰ্তি ধাৰণ কৰি থাকে। ময়ো যথা শীঘ্ৰে পাঁচ ভাগত বিভক্ত হৈ পঞ্চমুখ হৈ থাকো।। মই পূৰ্ব ভাগত ঈশান, তাত কামেশ্বৰী প্ৰধান দেৱী; ঐশান্য কোণত মই তৎপুৰুষ, মোৰ ওচৰত থাকে অঘোৰ।। বায়ব্য দিশত আছে সদ্যোজাত নামে আৰু তেওঁৰ সঙ্গত থাকে বামদেৱ।। হে বেতাল আৰু ভৈৰৱ শুনাহক, দেৱতাৰো গোপনীয় তথ্য, যে দেৱীৰো পাঁচটা ৰূপ আছে ঃ যথা— কামাখ্যা, ত্ৰিপুৰা, কামেশ্বৰী (শিৱা), শাৰদা আৰু মহালোকা; তেওঁলোকে ইচ্ছা মতে নানা ৰূপ ধৰে।। মই যোনিমণ্ডলৰ শিলাত লিঙ্গত্ব লাভ কৰা বাবে সকলো দেৱতাই শিলাত্ব ৰূপ ধৰিছে।। যেনেকৈ মই নিজ ৰূপ ধৰি উমাৰ সৈতে ৰমণ কৰো শৈলেশৰে ব্যৱস্থিত শিলা ৰূপত গুপ্ত হৈ থকা সকলো দেৱতাই তেওঁলোকৰ নিজ শৰীৰত লুকাই থকা দেৱী সকলেৰে গোপনে ৰমণ কৰে।। ব্ৰহ্মা, বিষ্ণু আৰু মই (শিৱ) সকলো দিকপাল আৰু মোৰ প্ৰতি অনুকূল আন আন যিসকল দেৱতা আছে কামৰূপিণী কামাখ্যাক উপাসনা কৰিবলৈ তাত ৰৈ আছে। নীল শৈল ত্ৰিকোণ বিশিষ্ট, তাৰ মাজছোৱা নিম্ন আৰু ইয়েই সদাশিৱ স্বৰূপ; তাৰ মাজত ত্ৰিশ শক্তিযুক্ত সুন্দৰ (যোনি) মণ্ডল আছে; তাত মনোভবে (কামদেৱে) সজা মনোভৱ নামে গুহা আছে। সেই শিলাৰ ওপৰতে মনোভবা শিলাৰূপা যোনিমণ্ডল আছে। ই বহলে বাৰ আঙুলি আৰু দীঘলে কুৰি আঙুলি। ই ক্ৰমশঃ সূক্ষ্মভাৱে বিভিন্না আৰু ভস্মশৈলত অৱনতা। ই সেন্দুৰ আৰু কুঙ্কুমৰ দৰে আৰক্তা, সকলো কামনা দান কৰিব পাৰে। সেই যোনিত পঞ্চৰূপা কামিনীয়ে সদায় ক্ৰীড়া কৰে।। সেই দেৱী মহামায়া, জগদ্ধাত্ৰী, মূলাভূতা আৰু সনাতনী। তেওঁৰ যোনিমণ্ডলৰ চাৰিওফালে আগতে উল্লেখ কৰা শৈলপুত্ৰী আদি দেৱীয়ে বেঢ়ি আছে। সিসকলৰ পীঠৰ নাম একেলগে কওঁ শুনা, হে ভৈৰব। যথাঃ গুপ্তকামা, শ্ৰীকামা, বিন্ধ্যবাসিনী, কোটেশ্বৰী, বনস্থা, পাদদুৰ্গা, দীৰ্ঘেশ্বৰী, ভুৱনেশ্বৰী — এওঁলোক ক্ৰমশঃ প্ৰকাশিতা হয়।। এই দেৱীসকল দেৱী কামাখ্যাৰ নিজৰ যোগিনী আৰু তেওঁলোকৰ নামেৰে আঠখন পীঠৰ নাম জনা যায়। সকলোবোৰ তীৰ্থ, হে ভৈৰৱ, জলৰূপা, সৌভাগ্য সৰোবৰ নামে অতিশয় পুণ্যদা। তাৰ পাৰত কম্বল (কমল?) নামে বিষ্ণুৰ নিবাস।। আকৌ কম্বল নামে বটুক কামাখ্যাৰ ওচৰত থাকে। লক্ষ্মী আৰু সৰস্বতী দেৱী দুগৰাকী দেৱীৰ লগৰীয়া; লক্ষ্মীয়ে ললিতা নামে জনাজাত সৰস্বতী মাতঙ্গী দেৱী। পৰ্বতৰ পুব ভাগত থাকে গণাধ্যক্ষ; তেওঁ এজন সিদ্ধ, দেৱীৰ দুৱাৰত থাকে; তেওঁ দেৱীৰ প্ৰিয় পুত্ৰ। কল্পবৃক্ষ, কল্পলতা, অপৰাজিতা আদি দেৱীৰ প্ৰিয় পৰ্বত আছে, যিবোৰক দেৱীয়ে ৰক্ষা কৰে। পাণ্ডুনাথ নামে জনাজাত বৰাহ তাত থাকে; যিহেতু হৰিয়ে তাহানি জঘনত (উৰুত?) মূৰ থৈ মধু আৰু কৈটভক বধ কৰিছিল। তাৰ

ওচৰতে পুৰণি কালত ব্ৰহ্মাদেৱে নিৰ্মাণ কৰা ব্ৰহ্মকুণ্ড আছে।। ঈশান বুলি খ্যাত শিৱ য'ত থাকে তাৰ নাম সিদ্ধেশ্বৰ; সিদ্ধ আৰু কামৰ মাজত শিলাৰূপত সিদ্ধকুণ্ড আছে। তাৰ ওচৰতে আছে গয়া আৰু বাৰাণসী ক্ষেত্ৰ। তাতে যোনিমণ্ডলৰ দৰে কুণ্ড (পুখুৰী) এটা আছে। সিটো অমৃতেৰে ভৰা এটা অমৃতকুণ্ড যিটো কুণ্ড মোৰ প্ৰিয়াৰ বাবে আন দেৱতাসকলৰ সহযোগত দেৱৰাজ ইন্দ্ৰই স্থাপন কৰিছিল।। শ্ৰীকামেশ্বৰ নামেৰে মোৰ বামদেৱ শিৰটো মহাপুণ্য ওপজাৰপৰা কামকুণ্ডৰ ওচৰতে আছে।। সিদ্ধকুণ্ড আৰু কামকুণ্ডৰ মাজতে আছে কেদাৰ নামে ক্ষেত্ৰ। ই চতুৰ্দশ ব্যাম দীঘল আৰু ছায়াচত্ৰ নামে জনাজাত। তাৰ ওচৰত গুপ্তকামা নামে শৈলপুত্ৰী (পাৰ্বতী) থাকে। তাতে তেওঁ গুপ্ত কুণ্ডৰ মাজত কামৰ (কামেশৰ?) ডিণ্ডিত সাবটি আছে। কামাখ্যাৰ অঙ্গ শিলা কামেশ্বৰ শিলাৰে সদায় সংলগ্না; যোনিৰ পৰভাগ কামেশ্বৰৰ (অঙ্গৰ) পূৰ্ব ভাগেৰে সংসক্তা। কামেশ্বৰ আৰু কামাখ্যাৰ মাজত আছে কালৰাত্ৰী। কামৰূপৰ সীমাৰ ওচৰত প্ৰচণ্ডিকা দীৰ্ঘেশ্বৰী নামে পীঠ। কামাখ্যা প্ৰস্তৰৰ প্ৰান্তত আছে কুষ্মাণ্ডী নামে যোগিনী। তাৰ পীঠত কোটেশ্বৰী নামে যোনি ৰূপত দেৱী আছে।। কামেশ্বৰী দক্ষিণে আন এক ভৈৰৱ নামে পীঠত অঘোৰ নামে শিৱৰ আছে বুলি পৰমাৰ্থীসকলে গায়।। উক্ত পীঠত চামুণ্ডা নামে ভৈৰৱী থাকে; এই কামদা দেৱীয়ে (এসময়ত) চণ্ড আৰু মুণ্ডক বিনাশ কৰিছিল। কামাখ্যা আৰু ভৈৰৱীৰ মাজতে আছে দেৱী সুৰাঙ্গনা (গঙ্গা?), তেওঁ সমস্ত জগতৰ হিতৰ বাবে আৰু কামাখ্যা দেৱীৰ বাবে তাত অৱস্থান কৰে।। আম্ৰাতকেশ্বৰ পীঠত আছে মোৰ সদ্যোজাত নামে শিৰ। দেৱৰ্ষিসকলৰ সেৱিত তেওঁ শ্ৰীভৱ নামে গহ্বৰত বাস কৰে। তাত দুৰ্গা নামে যোনিৰূপিণী নায়িকা আছে বুলি জানিবা; তেওঁ আকৌ দেৱগণৰ মাজত সদায় সিদ্ধ কামেশ্বৰী নামে বিখ্যাত।। তাত কোনো দিন পাত নুশুকোৱা (অজীৰ্ণ পত্ৰ বুলি) সদায় ছাঁ দিয়া গছ আছে; সেয়া হ'ল আম্ৰাতক নামে কল্পবৃক্ষ আৰু কল্পলতা। আম্ৰাতকৰ ওচৰত মোৰ প্ৰীতি বৰ্ধনৰ বাবে সিদ্ধগঙ্গা নামে পীঠত স্বয়ং গঙ্গাৰ আবিৰ্ভাব হয় (উদ্ভৱ)।। একে কাৰণতে সেই পুষ্কৰ নামে ক্ষেত্ৰ আম্ৰাতক পীঠত আছে। ঐশান্য দিশত তৎপুৰুষ নামে মোৰ মূৰ আছে। হে ভৈৰৱ, ভুৱনেশ্বৰ নামে পীঠত ভুৱনেশ্বৰ বুলি যি গুহা আছে তাৰ (আন) নাম ভুৱনানন্দ। তাৰ ওচৰতে সুৰভিয়ে শিলাৰূপত প্ৰতিষ্ঠিত হৈ আছে। এই সুৰভি সকলো কাম্যফল প্ৰদান কৰা কামধেনু বুলি খ্যাত হৈ এই পীঠত বিৰাজ কৰিছে। প্ৰচণ্ড মধ্যখণ্ড লৈ মোৰ যি শৰভ মূৰ্তি আছে সেই মহাভৈৰৱক কোটিলিঙ্গও বুলিও জনা যায়।। মই তাত পাঁচ ভাগত পাঁচ মূৰ্তি হৈ প্ৰতিষ্ঠিত আছো; ততে অতিশয় প্ৰীতিৰে ভৈৰৱ নামেৰে জনাজাত।। সিদ্ধৰূপিণী যি যোগিনী দেৱী মহাগৌৰী বুলি জনাজাত তেওঁ ব্ৰহ্ম পৰ্বতত শিলাৰূপত থাকে। ভুৱনেশ্বৰী নামে তেওঁ অতিশয় ৰূপৱতী; য'ত ব্ৰহ্মাই পৰ্বতৰূপ মোৰে সংসক্ত

(সংলগ্ন) হৈছে। তাৰ অন্তিমভাগত যি কল্পলতা আছে তেওঁৰ নাম অপৰাজিতা বুলি জনা যায়। তাৰ পুব ভাগত কামধেনুৰ অদূৰত আছে মহেশ্বৰী। আগ্নেসী (পুব-দক্ষিণ কোণ) দিশত যোগিনী চণ্ডিকাই যোনিৰূপত কামাখ্যা দেৱী আছে, তেওঁ সকলো কাম্য বস্তু দান কৰে।। এই পীঠত চণ্ডঘণ্টা নামে যোগিনীয়ে বিন্ধ্যবাসিনী ৰূপে আছে। যোগিনী স্কন্দমাতাই এই পীঠত বনবাসিনী (বুলি জনাজাত)। নীল শৈলৰ নৈৰ্ঋন্তী দিশত কাত্যায়নী পীঠকে পাদদুৰ্গা (শিবা) বুলি কোৱা হয়।। তাত পাষাণৰূপত যি নন্দী আছে তেওঁ মোৰেই শৰীৰ; তেওঁ এই পীঠৰ পশ্চিম দুৱাৰ হনুমান নামে জনাজাত।।

**শৈল পুত্ৰ আদিৰ কামাখ্যা ৰশ্মিত্ব আৰু কামাখ্যা মূল প্ৰকৃতিত্ব কথন ঃ**

শৈল পুত্ৰ আদি যিবোৰ অন্যান্য পৰা মূৰ্তি আছে সেইবোৰ (ভগৱতীৰ) শৰীৰৰপৰা ওলোৱা বিভিন্ন বিভাগ।। সূৰ্যৰ বিম্বৰপৰা যিদৰে উজ্জ্বল ৰশ্মি ওলাই তেনেকৈ এইবোৰ দেৱীৰ শৰীৰৰপৰা নিঃসৰিত হয়। মহামায়াৰ শৰীৰৰপৰা উগ্ৰচণ্ডাদিৰো উদ্ভৱ হয়।। তোমাৰ দৰে সিবিলাকৰো অঙ্গমন্ত্ৰাদি ক'ব লাগিব। এগৰাকী মহামায়াই কামৰ বাবে ভিন্ন হৈ পৰে। মহামায়া কামাখ্যাকে মুল মূৰ্তি বুলি গোৱা হয়। যেনেকৈ একেজন বিষ্ণুৱে নিত্যত্বৰ বাবে সনাতন ৰূপে প্ৰতিভাত হয়। জনগণৰ মৰ্দনৰ বাবে তেওঁকেই জনাৰ্দন বুলি শুনা যায়। তেনেদৰে কামাখ্যা মহামায়াই কামৰ বাবে এই পৰ্বতত উদ্ভৱ হৈছে। মানুহ আৰু দেৱতাসকলৰদ্বাৰা তেওঁক সদায় সততে কামাখ্যা বুলি কোৱা হয়। যেনেকৈ কোনো পুৰুষ ছত্ৰীয়ে ছাতি ধৰি থাকে স্নাতকেও স্নানৰ কালত কামাখ্যা নামেৰে মাতে। মহামায়াৰ শৰীৰো কামৰ বাবে সমুপস্থিত হয়। ৰক্ত, কুঙ্কুম, পীত ৰংবোৰ কামৰ বাবে উপযোগ কৰা হয়। কামকালত তেওঁ খড়্গ ত্যাগ কৰি মালা গ্ৰহণ কৰে আৰু যেতিয়া কাম ত্যাগ কৰে তেতিয়া তেওঁ আকৌ অসিধাৰিণী দেৱী হয়।

## মণিকূটৰ বিৱৰণ

বৰ্ণালায়াৰ (বৰলায়াৰ) দক্ষিণত লৌহিত্য নামেৰে সাগৰ আছে। তাৰ পুবত হয়গ্ৰীৱ হৰিৰ মণিকুট আছে।। তাত হয়গ্ৰীৱ ৰূপ ধৰি বিষ্ণুৱে জ্বৰাসুৰক বধ কৰি নিজে হয়গ্ৰীৱ হৈ ক্ৰীড়া কৰিছিল। জ্বৰাসুৰক মাৰি বিষ্ণুৱে তাত বাস কৰিছিল যাতে মানুহ, দেৱতা আৰু অসুৰ আদিৰ হিত হয়। নিজে জ্বৰেৰে পীড়িত হৈ (বিষ্ণুৱে) জ্বৰাসুৰক নিহত কৰি সকলো লোকৰ হিতৰ বাবে অগদ স্নান (আৰোগ্য লাভৰ বাবে কৰা স্নান) কৰিছিল। অগদ স্নান কৰা বাবে তাত এটা ডাঙৰ সৰোবৰ (পুখুৰী)ৰ সৃষ্টি হ'ল। স্বয়ং হয়গ্ৰীৱে সেই সৰোবৰৰ নাম ৰাখিলে অপুনৰ্ভৱ। যিহেতু মানুহে তাত স্নান কৰি পুনৰ্জন্ম ল'ব নালাগে সেইবাবে সেই সৰোবৰৰ নাম অপুনৰ্ভৱ বুলি জনাজাত হ'ল।

হয়গ্ৰীৱ ৰূপ ধৰা বিষ্ণুৱে মণিকূট পৰ্বতত শতব্যাম পৰিমাণৰ (প্ৰায় ৫০০ হাত পৰিমাণৰ) গুহাত অবগাহন কৰে। তাৰ পূৰ্বত ভদ্ৰকাম নামে তিনিকোণীয়া পৰ্বতত কাম নামে শিৱলিঙ্গ অৱস্থিত। তাৰ ওচৰত দক্ষিণ দিশত উক্ত অপুনৰ্ভৱ কুণ্ড আছে। এই কুণ্ডৰ তীৰত ভদ্ৰকামক পৰ্বতত হয়বিম্বী নামে বিখ্যাত ব্ৰহ্মৰূপিণী এক শিলা আছে। তাত যোগী মহাদেৱে ধ্যানত তৎপৰ হৈ আছে। তেওঁক দেখি মৰ্ত্য মানৱে মৃত্যুৰ পাছত মোক্ষ লাভ কৰে। তাৰ শিলাত গোকৰ্ণ নামৰ শঙ্কৰ থাকে, য'ত (এসময়ত) অন্ধকৰ সখা গোকৰ্ণ নামে অসুৰ নিহত হৈছিল। গোকৰ্ণৰ ঐশান্য কোণত কেদাৰ নামে উত্তম শম্ভু আছে। তাৰ ওচৰতে কমলাকাৰ সমান কমল নামে শিৱ থাকে। য'ত কেদাৰ নামে শম্ভু থাকে তাক মদন পৰ্বত বোলে। তাতে তেওঁক কমল বুলি কোৱা হয়, সেই মহাত্মা 'লয়প্ৰদ'।

যোগিনীতন্ত্ৰত প্ৰকাৰান্তেৰে কোৱা হৈছে ঃ

দেৱীয়ে কৈছিল ঃ

হে মোৰ প্ৰিয় জগৎপতি দেৱদেৱেশ, মোক কওক, পুৰণি কালত কোনে মণিকূটত কেনেকৈ বিষ্ণুক স্থাপন কৰিছিল। হে মহেশান, এইবোৰ শুনিবলৈ মোৰ কৌতূহল হৈছে।

ভগৱানে ক'লে ঃ হে দেৱী, মহাভাগে! বেদসম্মত আগমস্বৰূপ শাস্ত্ৰদ্বাৰা (অৰ্থাৎ শাস্ত্ৰৰ সিদ্ধান্তৰে) প্ৰতিষ্ঠাপিত প্ৰতিমাৰ বিষয়ে পুৰণি বৃত্তান্ত বৰ্ণনা কৰো, তুমি শুনা।।

দেৱনিৰ্মিত প্ৰাসাদত মহাযজ্ঞ আৰম্ভ হোৱাত ৰজাই প্ৰতিমাৰ বাবে দিনে-ৰাতিয়ে চিন্তা কৰিব ধৰিলে।। মহাৰাজ ইন্দ্ৰদ্যুম্নই মনে মনে ভাবিবলৈ ধৰিলে যে মই কি উপায়েৰে সেই দেৱেশ্বৰ, সৰ্বেশ্বৰ লোকভাবন ত্ৰাণকৰ্তা সৃষ্টি-স্থিতি-অন্তকাৰী পুৰুষোত্তমক দেখা পাম।। ৰজাই দিনে-নিশাই এই চিন্তাতে চিন্তান্বিত হৈ শয়ন বিবিধ ভোগ্য বস্তু, স্নান, প্ৰসাধন আদি পৰিত্যাগ কৰিলে।। শিল, মাটি, কাঠ আদি বিষ্ণুৰ প্ৰতিমাৰ বাবে পৃথিবীত যি সৰ্বলক্ষণ যুক্ত হয়, সেয়ে প্ৰশস্ত হ'ব।। এনেকৈ মনত লগা আৰু দেৱতাৰ পূজিত বস্তু য'ত আছে বুলি জনা যায়, যাক স্থাপন কৰিলে প্ৰীতি লাভ হয়—এই বিষয়ক লৈ ৰজা চিন্তিত হ'ল।। এনেদৰে চিন্তা-ভাবনা কৰি মহাপৰাক্ৰমী ইন্দ্ৰদ্যুম্ন ৰজাই সংযতেন্দ্ৰিয় হৈ কুশেৰে প্ৰস্তুত শয্যাত শ্ৰীহৰিৰ ধ্যানপৰায়ণ নিদ্ৰামগ্ন হ'ল।। এইদৰে ৰজাই টোপনি যোৱাত জগদ্‌গুৰু চক্ৰধাৰী বাসুদেৱে তেওঁক (সপোনত) দেখা দিলে।। সেই ৰজাই জগদ্‌গুৰু, শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী যুগান্তকালীন সূৰ্যৰ সমান প্ৰভাযুক্ত নীল বৈদূৰ্য বৰণৰ সুপৰ্ণ গৰুড়ৰ পিঠিত উঠি আঠ হাতেৰে যুক্ত হৈ শুভ মঙ্গলময় দেৱেশক দেখা পালে। নাৰায়ণে ক'লে, 'হে মহীপাল, মই তোমাৰ যজ্ঞ, দান, বুদ্ধি, ভক্তি, শ্ৰদ্ধাত পৰম সন্তোষ পাইছো; মিছাকৈয়ে তুমি কিয় অনুশোচনা কৰিছা? তুমি য'তে শুভ

প্ৰতিমাৰ চিহ্ন দেখা পোৱা তেনেকুৱা গছক অশঙ্কিত মনেৰে কাটিবা। ৰাতিপুৱাই সাঁচাকৈয়ে অদ্ভুতযেন দেখা সেই গছডাল আনিবা; হে ৰাজন, তাকে ভালকৈ চিন্তা কৰি, চাই-চিতি তাৰে দিব্য প্ৰতিমা গঢ়িবা; চিত্তবিমোহিনী চিন্তা তুমি ত্যাগ কৰিবা।। এনেদৰে কৈ মহাভাগ হৰি নেদেখা হ'ল আৰু ৰজায়ো সপোনটোত বৰ আচৰিত হ'ল। তাৰ পাছত ৰজাই তেওঁকে মনত ভাবি তেওঁৰ মন্ত্ৰ আৰু স্তোত্ৰ (সূক্ত) আবৃত্তি কৰি সেইফালে দৃষ্টি নিবদ্ধ কৰি চাই ৰ'ল।। ৰাতি পুৱালত তেওঁ অনন্য মানসেৰে উঠি যথোক্ত বিধিৰে সম্যকৰূপে সাগৰত স্নান কৰি উঠি, তেজোন্মত্ত, মহান্তিক, মহাৰোহ, পুণ্যস্বৰূপ, বিমল গছ এডাল আৰু মহোৎসেধ, মহাকায় প্ৰদীপ পানীৰ ওচৰত দেখা পালে।। পানীত তিতি থকা বাকলিহীন সুন্দৰ বৰণৰ নাম-জাতি বিবৰ্জিত বিষ্ণু দ্ৰুম দেখি তেতিয়া ৰজা বৰ আনন্দিত হ'ল আৰু চোকা কুঠাৰেৰে কাটি সেই দ্ৰুমৰাজক সাত টুকুৰাকৈ আনি মাটিত থলে।। ৰজাই ওড্ৰদেশত* তাৰ মূলভাগ কল্পনা কৰিলে; তাৰ ওপৰৰ অংশ কবন্ধ আকাৰেৰে ৰামে পুৰণি কালত কাশ্মীৰত আদিত্যৰূপে স্থাপন কৰিছিল বুলি জানিব। তাৰ ওপৰৰ অংশ শুক্ৰচাৰ্যৰ দ্বাৰা শোণাদিত্য ৰূপত স্থাপিত হৈছিল।। তাৰ ওপৰৰ অংশ উজ্জয়িনীলৈ নি শুক্ৰই শ্বেতমাধৱৰূপে স্থাপন কৰিছিল, সিয়ে শিলা হৈ পৰিল।। তাৰে ওপৰৰ দুভাগ কামৰূপত আৰু এভাগ মলয় পৰ্বতত (স্থাপিত হয়); কলি আৰু দ্বাপৰৰ সন্ধিত মণিকূটত উৰ্বৰদ্বাৰা স্থাপিত হয়। প্ৰাচ্য, উদ্ৰীচ্য, ঐশান্য দিশত শিলাময় আৰু দাৰুময় মৎস্য নামে মাধৱ কুবেৰৰ দ্বাৰা স্থাপিত হ'ল। মলয়ত মহাবৰাহ নামে অষ্টাদশভুজা আৰু মণিকূটত হয় (গ্ৰীৱ) নামে মাধৱ প্ৰতিস্থাপিত হয়। এইদৰে দেৱী, পাৰ্বতী, দেৱতাৰ উৎপত্তিৰ কথা কোৱা হ'ল।।

এতিয়া উৰ্বশীৰ (কথা) ঃ

ইতিপূৰ্বে দেৱগণে যি অমৃত স্থাপন কৰিছিল উৰ্বশীয়ে তাকে কামাখ্যালৈ আনিলে, শিলাৰূপ হৰে তাকে সম্যকৰূপে আবৃত কৰি ৰ'ল; উৰ্বশীয়ে সেই অমৃত কামাখ্যাৰ যোনিমণ্ডলত অলপ অলপকৈ সদায় ছটিয়াই থাকিল।।

যোগিনীতন্ত্ৰত অশ্বক্ৰান্ত কথা ঃ

জনাৰ্দনগিৰিত কূৰ্মৰূপ ধৰি বিষ্ণুৱে শিলাভেদ কৰি দেৱগণেৰে সেৱিত হৈ আছে। কল্কিৰূপী জনাৰ্দনে উপক্ৰম কৰি, স্নান কৰি সেই গুহাত অশ্বতীৰ্থ (স্থাপন) কৰিছে।

যোগিনীতন্ত্ৰত কৈ থকা তীৰ্থ নিৰ্ণয়ৰ বাবে ধনুৰ প্ৰমাণ বিষয়ে কৈছে ঃ

ওড্ৰপীঠত (উৰিষ্যাত) ধনুৰ্মান আঠ হাত; জালন্ধৰত চাৰি হাত, পূৰ্ণকত উৰ্মি হাত; কামৰূপত পংক্তি হাত, সৌমাৰত ভাৰ হাত; পংক্তিহাতৰ পৰিমাণ দশ হাত।।

।। কামৰূপ যাত্ৰা পদ্ধতিত এয়ে প্ৰথম পটল।।

---

* উৰিষ্যাৰ অন্য নাম।

# দ্বিতীয় পটল
## অশ্বক্রান্তাদি যাত্ৰাবিধি

অদ্য ইত্যাদি কামৰূপ পীঠলৈ যোৱাৰ বাবে গাণধিপতি, গৌৰী আদি ষোড়শ মাতৃকাৰ পূজা, বসোৰ্ধাৰা সম্পাতৰ আয়ুষ্য পাঠ, নান্দীমুখ, আভ্যুদয়িক শ্রাদ্ধ কর্ম মই কৰিম বুলি সংকল্প লৈ সেইবোৰ যথোক্ত বিধিৰে নিবর্তন কৰিব। বেলেগ বেলেগ যাত্ৰাৰ সময়ত অশ্বক্রান্ত আদি তীৰ্থলৈ যোৱাৰ নিমিত্তে, নীলাচলাদিলৈ যোৱাৰ নিমিত্তে, মণিকূটাদিলৈ যোৱাৰ নিমিত্তে ইত্যাদি উদাহৰণ দেখুৱাব। তাৰ পাছত সেইবোৰৰ অনুষ্ঠান কৰি ঘৰৰপৰা ওলাই বায়ুকূটৰ চৰম সীমাত দুই ধনু পৰিমাণৰ বায়ুৰূপ চন্দ্ৰৰ ওচৰলৈ গৈ অদ্য ইত্যাদি বায়ুলোক পোৱাৰ কামনা কৰি বায়ু পূজন মই কৰিম বুলি সংকল্প কৰি 'যম্' বুলি বায়ুৰ বীজমন্ত্ৰেৰে বায়ুক পূজা কৰি ধন লাভ কামনা কৰাজনে বায়ুকূটত বাস কৰিব। ক্ষয়ৰোগ নিবৃত্তি কামনা কৰাজনে চন্দ্ৰশৈলত থাকিব। মহাফল পাবলৈ কামনা কৰাজনে লৌহিত্যৰ মাজত ত্রিশধনু প্রমাণ (পৰিমাণৰ) ইন্দ্ৰশৈলত বাস কৰিব। তাৰ উত্তৰত চন্দ্ৰশৈল আৰু শক্র পর্বতৰ মাজত ষোল ধনু বিস্তৃত আৰু পঁচিশ ধনু আয়তনৰ চন্দ্ৰকুণ্ডৰ ওচৰলৈ গৈ অদ্য ইত্যাদিৰে ব্ৰহ্মত্ব প্ৰাপ্তি কামনা কৰোতাই চন্দ্ৰীতীৰ্থত 'মই স্নান কৰিম' সংকল্প লৈ স্নান কৰি নিতৌ স্নান কৰা মন্ত্ৰৰ শেষত 'ওঁ সুধাংশোৰংশ সম্ভূত মাধৱ প্রীতিদায়ক। সুধাস্রবণ সাহ্লাদ পাপংহৰ নমোৎস্তুতে।।' (চন্দ্ৰৰ অংশৰপৰা জন্মা প্রীতিদায়ক মাধৱে সুধা বোৱা আনন্দৰে পাপ হৰণ কৰক, তোমাক নমস্কাৰ) বুলি মন্ত্র মাতি স্নান কৰি তৰ্পণ কৰিব। তাৰ দক্ষিণত থকা পাঁচ ধনু প্রমাণৰ মানস তীর্থলৈ গৈ সকলো পাপ নাশ কৰিবলৈ ইচ্ছা কৰাজনে অদ্য ইত্যাদি বুলি মানসতীর্থত স্নান মই কৰিম বুলি সংকল্প লৈ স্নান কৰি 'ওঁ ত্বং মানস মহাতীর্থ বিষ্ণুতুষ্টি প্রদায়কঃ। যোগজ্ঞানাপ্তয়ে তুভ্যমর্ঘ্যং হৰ সৰিৎপতে।। (তুমি মানস মহাতীর্থ, তুমি বিষ্ণুক তুষ্টি দান কৰা, যোগজ্ঞান লাভৰ বাবে, হে সৰিৎপতি, তোমাক দিয়া অৰ্ঘ্য গ্ৰহণ কৰা); এই বুলি অর্ঘ্য দান কৰক।। তাৰ দক্ষিণত আঠাইশ ধনু পৰিমাণৰ অমৃত সৰোবৰৰ তীৰলৈ গৈ 'অদ্য' ইত্যাদিৰে অমৃতত্ব প্ৰাপ্তি কামনা কৰাজনে অমৃত কুণ্ডত মই স্নান কৰিম বুলি সংকল্প লৈ স্নাণ কৰি প্ৰণৱেৰে অৰ্ঘ্য দান কৰি

'অমৃতাম্ম্য মহাকুণ্ড সিদ্ধিদেবাভিৰ্বন্দিত।
অমৃতাধিবাস সৰ্বস্ব পুণীহি কিল্বিষাৎ পৰাৎ।।

(অমৃত নামে সিদ্ধ দেৱাদিৰে বন্দিত মহাকুণ্ড, তুমি অমৃতৰ উৎস; সকলোকে পাপৰপৰা পবিত্ৰ কৰিবা)। এই মন্ত্ৰেৰে প্ৰণাম কৰিব। তাৰ দহ ধনু পৰিমাণ দক্ষিণত থকা ঋণমোচন সৰোবৰলৈ গৈ 'অদ্য' ইত্যাদি ঋণত্ৰয় মোচন কৰি সংসাৰত জন্মাভাব কামনা কৰা ঋণমোচন সৰোবৰত মই স্নাণ কৰিম বুলি সংকল্প লৈ স্নাণ কৰি,

ঋণৈগ্রস্তা নৰাঃ সৰ্বে ত্রিভিঃ কৰ্মনিবন্ধনাৎ।
ঋণত্ৰয়াৎ ত্বং পাহ্যগে ঋণমোচন তে নমঃ।।

(তিনিপ্রকাশ কৰ্মৰ বন্ধনৰ বাবে যিসকল মানুহ ঋণগ্রস্ত হৈ ঋণ মোচন হ্ৰদ, তুমি তেওঁলোকক ঋণৰ পৰা ৰক্ষা কৰিবা, তোমাক নমস্কাৰ।) এই বুলি প্ৰণাম কৰিব।

অশ্বক্রান্তৰ অলপ দক্ষিণে আগ্নেয় কোণত থকা ধনুৰক প্ৰমাণৰ অশ্বক্রান্ত সৰলৈ গৈ,

'ওঁ, তোমাৰ দৰ্শনেৰে ৰাজসূয়ঃ যেনে সম্পন্ন হয় আৰু বাজপেয়তকৈ দহগুণ, ফল লাভ হয় ; আনকি এছাল পানীৰে অশ্বমেধ, সৰ্বমেধত অধিক ফল পোৱা যায়" বুলি মন্ত্ৰ পাঠ কৰিব। ৰাজসূয় যজ্ঞৰ পৰা হোৱা ফলৰ সমান ফল পাবলৈ বিচৰাজনে অশ্বতীথত মই স্নাণ কৰিম বুলি সংকল্প কৰি 'ওঁ অশ্বক্ৰমণসম্ভূত পাঁপবিচ্যুতি কৰক। অমৃতৈক নিদানায় অশ্বক্ৰান্তায় তে নমঃ।। (হে অশ্বক্ৰমণৰ পৰা ওপজা, পাপ বিচ্যুত কৰোতা, অমৃতৰ নিদানস্বৰূপ অশ্বক্ৰতো তোমাক নমস্কাৰ।) বুলি মন্ত্ৰ মাতি স্নাণ কৰিব।

অক্ষয়ফল পাবলৈ কামনা কৰোঁতাসকলে যথাশক্তি তৰ্পণ আদি কৰিব।। অশ্বক্ৰান্তৰ উত্তৰত থকা মুক্তি মাৰ্গৰ ওচৰলৈ গৈ, 'ওঁ ব্ৰহ্মণা সেবিতে পুন্যে বাৰানস্যাঃ কলাধিকে। গৃহানাৰ্ঘ্যং সহস্ৰাংশো মুক্তিমাৰ্গে দদাম্যহং।। (ব্ৰহ্মাই সেৱা কৰা, পুন্যদা বাৰানাসীৰ কলাতকৈ অধিক, সূৰ্যদেৱ, মুক্তি মাৰ্গত মই দিয়া অৰ্ঘ্য গ্ৰহণ কৰা।।) এই মন্ত্ৰেৰে গন্ধ পুষ্প অক্ষত আৰু ক্ষীৰেৰে সূৰ্যলৈ অৰ্ঘ্য দান কৰিব।।

অশ্বক্ৰান্তত যিজনে বাৰ বছৰ পৰ্যন্ত সন্ধ্যা-উপাসনাৰ ফল পাব খোজাজনে তাত সন্ধ্যা কৰিব। তাত উপবাসে থাকি পঞ্চগব্য ভোজন কৰি কোটি গোদানৰ পৰা হ'ব পৰা ফলৰ সমান ফল কামনা কৰা জনে তাত এৰাতি থাকিব। তাৰ পাছত তাত পাৰ্বণ শ্ৰাদ্ধ, ঘোল পিণ্ডদান আদি কৰিব। তাৰ পাছত জনাৰ্দন পৰ্বতলৈ গৈ কূৰ্মৰূপ জনাৰ্দনক পূজা কৰিব। বাৰিষাকালত চন্দ্ৰশৈল স্পৰ্শ কৰা গঙ্গাযোগ ধাৰা, তাক স্পৰ্শ কৰা যমুনা, ইন্দ্ৰশৈলক স্পৰ্শ [illegible] ৰস্বতী সঙ্গম ৰূপ অশ্বক্ৰান্ত তীৰ্থত প্ৰয়াগত স্নান কৰা বাবে হোৱা ফল পাব খোজাজনে স্নান কৰি মুণ্ডন কৰিব। তাৰ পাছত অশ্বক্ৰান্তৰ উত্তৰত, ঋণমোচনৰ পশ্চিমত বাইশ ধনু পৰিমাণৰ ত্ৰিপঞ্চক নামে ক্ষেত্ৰলৈ গৈ জ্যোতিষ্টোম যজ্ঞৰপৰা হব ফলৰ সমান ফল লাভ কৰিব খোজ জনে তাত ৰুদ্ৰক পূজা কৰিব। অশ্বতীৰ্থৰ দক্ষিণত অলপ পশ্চিম গোচৰত আঠ ধনু পৰিমাণৰ সিদ্ধকুণ্ডলৈ গৈ 'আজি' ইত্যাদিৰে সকলো পাপৰপৰা মুক্তি কামনা কৰোতাই সিদ্ধকুণ্ডত স্নান কৰিম বুলি স্নান মন্ত্ৰ পঢ়ি উঠি আকৌ সিদ্ধৰাজ মহাভাগ, দেৱ আদিৰে সৎকৃত হৈ হে তীৰ্থৰাজ, সকলো পাপৰপৰা মোক বিশুদ্ধ কৰা, তোমাক নমস্কাৰ কৰো' বুলি মন্ত্ৰ মাতি স্নান কৰিব।

সিদ্ধকুণ্ডৰ পশ্চিমত অকমান বায়ব্য চুকত চৌষষ্টি ধনু প্ৰমাণৰ ব্ৰহ্মাসৰলৈ পিতৃক তাৰণ কৰিবলৈ কামনা কৰাজনে 'ব্ৰহ্মাসৰত মই স্নান কৰিম' বুলি সংকল্প লৈ প্ৰকৃত স্নান মন্ত্ৰৰ পাছত আকৌ 'ওঁ স্বয়ম্ভ ব্ৰহ্মণা সৃষ্ট ঈশ্বৰ প্ৰীতি কাম্যয়া; স্বয়ঞ্চ ব্ৰহ্মণা স্নাতস্তস্মাৎ পাৰয় পাপতঃ।' (ঈশ্বৰৰ প্ৰীতি কামনা কৰি স্বয়ং ব্ৰহ্মাই স্ৰজন কৰা আৰু স্নান কৰা ব্ৰহ্মাসৰে মোক পাপৰপৰা পাৰ কৰক) বুলি মন্ত্ৰ মাতি স্নান কৰি পিতৃৰ তৰ্পণ কৰিব।

ইন্দ্ৰকূটৰ কৌবেৰ্য দিশত আশী ধনু পৰিমাণ ক্ষেত্ৰলৈ গৈ তাৰ মাজত থকা বিংশতি ধনু প্ৰমাণৰ ৰামকুণ্ডত ব্ৰহ্মালোক প্ৰাপ্তি কামনা কৰোতাই 'ৰামতীৰ্থত মই স্নান কৰিম' বুলি সংকল্প কৰি স্নানীয় প্ৰকৃত মন্ত্ৰৰ অন্তত 'ওঁ তব নীৰৈমহাভাগ ৰামেন চ মহাত্মনা। পিতৰস্তৰ্পিতা সৰ্বে তীৰ্থবৰ্জ্য নমোঽস্তুতে।' (তোমাৰ পানীৰে, হে মহাভাগ, মহাত্মা ৰামৰদ্বাৰা সকলো পিতৃ তৰ্পণ কৰা হৈছিল, তোমাক নমস্কাৰ) বুলি মন্ত্ৰ মাতি স্নান কৰে। এহেজাৰ গাই দান কৰি পোৱা ফল লাভলৈ কামনা কৰা লোকে সেই ক্ষেত্ৰত মহাদেৱক পূজা কৰিব।। তাৰ পুবফালে ন ধনু প্ৰমাণ সীতাতীৰ্থলৈ গৈ স্বৰ্গগমন কৰিবলৈ ইচ্ছা কৰা লোকে 'সীতাতীৰ্থলৈ

মই স্নান কৰিম' বুলি সংকল্প লৈ 'ওঁ সীতয়া ৰামভদ্ৰেণ নিৰ্মিতং তীৰ্থমুত্তমম্। তস্মাৎ পুণীহি মাং পাপস্মোক্ষং কুৰু সুৰাৰ্চ্চিত।। (হে সীতা আৰু ৰামভদ্ৰই নিৰ্মাণ কৰা উত্তম তীৰ্থ, আমাক পাপৰপৰা মুক্ত কৰা, হে দেৱাৰ্চিত তীৰ্থক্ষেত্ৰ।) এই মন্ত্ৰেৰে স্নান কৰি বক ফুলেৰে অৰ্ঘ্য নিবেদন কৰিব।

সীতা তীৰ্থৰ দক্ষিণত দশ ধনু প্ৰমাণৰ বিজয় তীৰ্থলৈ গৈ বিজয়প্ৰাপ্তি কামনা কৰোতাই 'বিজয় তীৰ্থত মই স্নান কৰিম' বুলি (সংকল্প লৈ) স্নান কৰি বিজয় নামে শিৱলিঙ্গ দৰ্শন কৰিব। তাৰ পাছত বত্ৰিশ ধনু প্ৰমাণৰ যোগকুণ্ডলৈ গৈ 'ৰুদ্ৰপিয়ত্ব' কামনা কৰাজনে 'যোগকুণ্ডত মই স্নান কৰিম' বুলি (সংকল্প লৈ) স্নানীয় মন্ত্ৰৰ অন্তত 'ওঁ মোক্ষাভিৰ্কাঙিক্ষভিৰ্যুক্তৈৰ্বন্দ্যসে পূজ্যসেৎনিশং। যোগকুণ্ড মহাভাগ মাং পুণীহ্যমৰাৰ্চ্চিত।। (হে যোগকুণ্ড মহাভাগ, তোমাক মুক্তি আকাঙক্ষা কৰা সকলে পূজাৰ্চনা কৰে; তুমি মোক পবিত্ৰ কৰা), মন্ত্ৰেৰে স্নান কৰি অৰ্ঘ্য দি যোগীশ্বৰ লিঙ্গ দৰ্শন কৰিব। তাৰ পাছত তাৰ ওচৰত থকা পোন্ধৰ হাত পৰিমাণৰ বৃত্তকুণ্ডলৈ গৈ অদ্য ইত্যাদি বচন মাতি ভব বন্ধনৰপৰা মুক্তি কামনা কৰা লোকে বৃত্তকুণ্ডত স্নান কৰিম বুলি সংকল্প লৈ তাত স্নান কৰি কালেশ্বৰ (লিঙ্গ) দৰ্শন কৰিব।

ইন্দ্ৰশৈলৰ পূৰ্বত দহ ধনু প্ৰমাণৰ সূৰ্য তীৰ্থলৈ গৈ 'আজি' ইত্যাদি বচন মাতি ধন-ধান্য পাব খোজা লোকে সূৰ্য তীৰ্থত নিত্য স্নান মন্ত্ৰ মতাৰ উপৰি সূৰ্যৰ বীজ মন্ত্ৰ পঢ়ি স্নান কৰি প্ৰণবেৰে অৰ্ঘ্য দান কৰিব। তাৰ পাছত ৰাম ক্ষেত্ৰলৈ গৈ দুৰ্গা যূপ আৰু ব্ৰহ্মা যূপক প্ৰদক্ষিণ কৰি দুয়ো যূপৰ মাজত শ্ৰাদ্ধ কৰিব। তাৰ পাছত দক্ষিণ দিশলৈ মুখ কৰি অদ্য ইত্যাদি পূৰ্বক লোহ শৃঙ্খলাৰ বন্ধনৰ মুক্তি কামনা কৰা লোকে 'মণিকৰ্ণীশ্বৰক মই দেখা কৰিম' বুলি সংকল্প কৰি পাছত মণিকৰ্ণীশ্বৰক দৰ্শন কৰিব।

তাৰ পাছত চন্দ্ৰ তীৰ্থৰ শেষ সীমাত থকা পাঁচ ধনু প্ৰমাণ নাগকুণ্ডলৈ গৈ অদ্য ইত্যাদি বচন পঢ়ি সাপৰ ভয়ৰপৰা নিবৃত্তি কৰা লোকে নাগকুণ্ডত স্নান কৰিম বুলি সংকল্প লৈ স্নান কৰি শ্ৰাদ্ধ কৰিব। চন্দ্ৰশৈলৰ উত্তৰত চৌষষ্টি ধনু প্ৰমাণ গয়া ক্ষেত্ৰলৈ গৈ তাত থকা কুণ্ডৰ পানীত স্নান কৰি তাৰ পূবত থকা বাইশ ধনু প্ৰমাণ গয়াশীৰ্ষত গয়াশ্ৰাদ্ধবিধিমতে পিণ্ড আদি দি

সাক্ষিণঃ সন্তু মে দেবা ব্ৰহ্মাবিষ্ণুমহেশ্বৰাঃ।
ময়া গয়া সমাসাদ্য পিতৃণাং নিষ্কৃতিঃ কৃতা।।

হে ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ প্ৰভৃতি দেৱতাসকল, তোমালোক মোৰ সাক্ষী হৈ থাকিবা মই গয়াক্ষেত্ৰ পাই পিতৃসকলক (পাপৰপৰা) নিষ্কৃতি কৰিছো।)— এইদৰে সম্যকভাৱে প্ৰাৰ্থনা কৰি দোলাত উঠি ভেৰী (ঢোল) আদিৰ শব্দেৰে ঘৰলৈ উভতি গৈ গৃহদেৱীৰ পূজা কৰি ব্ৰাহ্মণসকলক ভোজন কৰাই অক্ষয় নিৰূপণ কৰি বন্ধু-বান্ধৱৰ সৈতে ভোগ কৰিব। একে যাত্ৰাতে যদি অগস্ত্যগয়াত পিণ্ড দিয়ে তেনেহ'লে অন্যত্ৰ পিণ্ড নিদিলেও হয়। যাত্ৰাভেদ হ'লে সৰ্বত্ৰ পিণ্ডদান বিধেয়। প্ৰত্যেক গয়াত তিনি দিন পিণ্ড দিব লাগে। যোগিনীতন্ত্ৰত কৈছে যে এই অগস্ত্য গয়াত আৰৌ নীলাচল গয়াত যাত্ৰা ভেদে গয়াত এবাৰ হ'লেও পিণ্ড দিব লাগে।।

।। কামৰূপ যাত্ৰা পদ্ধতিত দ্বিতীয় পটল সমাপ্ত।।

# তৃতীয় পটল

## মণিকৰ্ণেশ্বৰ আদি যাত্ৰা

তাত সোম (চন্দ্ৰ) শৈলৰ ঐশান্য কোণত চকুৰে ঢুকি পোৱা দূৰত থকা মণিশৈললৈ গৈ তাৰপৰা ঐশান্য দিশৰ পুবৰ ফালে বত্ৰিশ ধনু পৰিমাণৰ বাৰাণসী কুণ্ডলৈ গৈ, অলপ জল অভিযান কৰি স্বৰ্গস্থিতি কামনা কৰাজনে স্নান মন্ত্ৰেৰে বাৰাণসী কুণ্ডত স্নান কৰি

'ওঁ জগন্ময়ে জগদ্দীপে জগৎপাপপ্ৰণাসিনি।

অমৃতং দেহি মে কুণ্ড বাৰাণসি নমোৎস্তুতে।।

(হে জগন্ময়ি, জগদ্দীপা, জগতৰ পাপ নাশ কৰ্ত্ৰী বাৰাণসী, তোমাক নমস্কাৰ কৰিছো, হে কুণ্ড, মোক অমৃত দিয়া) এই বুলি অৰ্ঘ্য দান কৰিব।

তাৰ পশ্চিম দিশত পাঁচ ধনু অন্তৰত বাইশ ধনু প্ৰমাণৰ মণিকৰ্ণিকা কুণ্ডলৈ গৈ দুপৰীয়া অদ্যেত্যাদি বচন মাতি মহা পাতক নাশ কৰিবলৈ ইচ্ছা কৰা লোকে মণিকৰ্ণিকা কুণ্ডত স্নান কৰিম বুলি সংকল্প লৈ—

ওঁ মণিকৰ্ণেশ্বৰ শ্ৰেষ্ঠে মণিশ্বৰি মণিপ্ৰিযে।

অঘং হৰ কৃতায়াসে মণিকৰ্ণি নমোৎস্তুতে।।

(হে মণিকৰ্ণেশ্বৰ শ্ৰেষ্ঠা, মণিশ্বৰি, মণিপ্ৰিয়া, মণিকৰ্ণি তোমাক নমস্কাৰ কৰিছো, মই যত্ন কৰাজনৰ পাপ হৰণ কৰা) বুলি স্নান কৰি প্ৰণাম কৰিব।

তাৰ পাছত মণি পৰ্বতৰ ঐশান্য কোণত থকা মঙ্গলা নদীলৈ গৈ অদ্য ইত্যাদি বচন মাতি দশজন্মত কৰা পাপ নাশ কৰিব খোজা লোকে মঙ্গলা নদীত মই স্নান কৰিম বুলি সংকল্প লৈ

ওঁ নমস্তে মঙ্গলে ভদ্ৰে স্বচ্ছে স্বচ্ছাম্বুবাহিনি।

ধীৰ নীৰ বহন্তী চ পাপৌঘান মাং পুণীহি ভোঃ।।

(হে মঙ্গলা, ভদ্ৰা, স্বচ্ছা, স্বচ্ছ পানী বাহিনী, ধীৰ দ পানী থকা নদী তুমি পাপ গুচাই মোক বিশুদ্ধ কৰা) বুলি স্নান কৰি প্ৰণাম কৰিব। তাৰ পাছত মণিকৰ্ণীশ্বৰৰ ওচৰলৈ গৈ মনত (সংকল্প লৈ) বীজ মন্ত্ৰেৰে দৰ্শন কৰি স্পৰ্শ কৰি সামান্য অৰ্ঘ্য আদি দি 'জ্ঞানাত্মনে নমঃ' ইয়াৰে শেষ কৰা মন্ত্ৰেৰে বিন্যাস কৰি পূৰ্ব আদি কেশৰত পীঠ শক্তিক ন্যাস কৰিব।

ওম্ বামালৈ নমস্কাৰ; এনেকৈ জেষ্ঠালৈ, ৰৌদ্যালৈ, কালীলৈ, কাল বিকৰিণীলৈ, বল প্ৰমথিনীলৈ, সৰ্বভূত প্ৰদামিনীলৈ বুলি, মাজতে মনোন্মণীলৈ বুলি—তদুপৰি হে

ভগৱন্ সকলো গুণযুক্ত, শক্তিযুক্ত, অনন্ত, যোগপীঠাত্মনক নমস্কাৰ বুলি কৰ্ম কৰি ঋষি আদিৰ ন্যাস কৰিব। যেনে—এই মন্ত্ৰৰ ঋষি গৰ্গ, অনুষ্টুপ ছন্দ, মৰ্ণিকৰ্ণীশ্বৰ দেৱতা, ইষ্ট অৰ্থ সাধনত বিনিযুক্ত। তাৰ পাছত প্ৰসাদবীজেৰে ছয় (ধনু) দীঘল ছয় অঙ্গৰ বিন্যাস কৰি ধ্যান কৰিব ঃ

ওঁ উদ্যন্ কিৰীট শকলং বিমলং স দেবো
বিভৰ্তি বৈয়াঘ্ৰতনুং চতুৰ্ভিঃ।
শূলং শৃণিঞ্চাভয়বৈৰৰক্তং ৰূপং তথা
বহ্নিনেত্ৰং মৃগস্থং।।

বুলি ধ্যান কৰি নতুনকৈ ৰচনা কৰা ঋকেৰে, প্ৰাসাদমন্ত্ৰেৰে পূজা কৰিব; মাজতে কৃত্তিবাসক নমস্কাৰ, ঠিক এনেকৈ আগলৈ ভীমলৈ, সোমলৈ, অঘোৰলৈ, বামনলৈ, কাললৈ নমস্কাৰ কৰিব; পত্ৰত ৰামাদি শক্তিপীঠবোৰলৈ বুলি, তাৰ বাহিৰত শ্ৰীকণ্ঠ আদিলৈ, তাৰো বাহিৰত দিগীশ প্ৰভৃতিলৈ বুলি; বাওঁফালে অনন্তলৈ, সোঁফালে পিনাকীলৈ, চাৰিওফালে বিমলালৈ পূজা কৰি বিসৰ্জন দিব।

তাৰ পাছত মণি পৰ্বতৰ বায়ব্য দিশত বৰাহ পৰ্বতৰ পুব-দক্ষিণ কোণত নৰনাৰায়ণ সৰলৈ গৈ বিষ্ণুলোক কামনা কৰা লোকে স্নান কৰা উচিত। তাৰ পশ্চিম দিশত সোমেশ্বৰ লিঙ্গ দৰ্শন কৰি তাত থকা দশ ধনু প্ৰমাণৰ প্ৰভাস তীৰ্থত মুক্তিকামীজনে স্নান কৰা কৰ্তব্য। তাৰ বায়ব্য কোণত থকা আঠ ধনু প্ৰমাণৰ বৈনায়কতীৰ্থত স্নান কৰি, তাৰো বায়ব্য চুকত থকা অৰ্কধনু প্ৰমাণৰ বিন্দুসৰত মহাপাতক নাশকামী লোকে স্নান কৰা উচিত।।

## উৰ্বশী আদি যাত্ৰা

তাৰ পাছত উৰ্বশীৰ ওচৰলৈ গৈ—
উৰ্বশিত্বংনমস্তেৎস্তু বাৰাণস্যাঃ কলাধিকে।
তীৰ্থানাং প্ৰবৰে দেবি নমস্তেৎমৃত সম্ভৱে।।
বিষ্ণোৰুৰুভবে শান্তে নমস্তেমৃত সম্ভৱে।
নমস্তে সৰ্বতোভদ্ৰে নমো বৈষ্ণবী সৰ্বদে।।

(বাৰাণসীৰ কলাতকৈ অধিক হে উৰ্বশী তোমাক নমস্কাৰ; অমৃতৰূপৰা উদ্ভৱ হোৱা তীৰ্থবোৰৰ ভিতৰত প্ৰবৰ হে দেৱী তোমাক নমস্কাৰ; বিষ্ণুৰ উৰুৰপৰা ওপজা হে অমৃতসম্ভৱা, শান্তা, সবাতোকৈ ভাল বৈষ্ণৱী তোমাক বহুত বাৰ নমস্কাৰ।)—এই বুলি মন্ত্ৰ দুটাৰে প্ৰণাম কৰি অদ্য ইত্যাদি বচন মাতি অশ্বমেধ যজ্ঞৰ ফলৰ সমান ফল কামনা কৰোতাই 'মই উৰ্বশীত স্নান কৰিম' বুলি সংকল্প লৈ স্নানীয় মন্ত্ৰৰ শেষত—

'পুৰন্দৰপুৰলৈ যোৱা বাৰাণসী যাত্ৰাতকৈ অধিক ফলদাত্ৰী অমৃতৰে মিশ্ৰ পানীৰে

হে উৰ্বশী মোৰ পাপ হৰণ কৰা। অমৃত বৰ্ষণ কৰা সুন্দৰ পানী বোৱা হে দেৱী মোক অমৃত দিয়া; লৌহিত্যত সংলগ্ন হ্ৰদেৰে মোৰ পাপ হৰণ কৰা।। পৃথিৱীত সমুদ্ৰলৈকে যিমানবোৰ তীৰ্থ আছে, উৰ্বশীত সেই সকলোবোৰ আছে, সেই সকলোৱে মোৰ পাপ হৰণ কৰক।।— এই মন্ত্ৰকেইটা আবৃত্তি কৰি স্নান কৰি উত্তৰ দিশলৈ মুখ কৰি পানীত ডুব মাৰিব আৰু বাৰুণ মন্ত্ৰেৰে অৰ্ঘ্য দান কৰিব।

অথবা,

ত্ৰিদশৈঃ পুজিতে দেবি ভুক্তিমুক্তিপ্ৰদায়িনি।
গৃহাণাৰ্ঘ্যম্মহা দেবি বাৰাণস্যাঃ কলাধিকে।।

(দেৱসকলৰ দ্বাৰা পুজিতা ভুক্তিমুক্তি প্ৰদান কৰা দেৱী, বাৰাণসীতকৈ অধিক কলাযুক্তা মহাদেৱী, তুমি আমাৰ অৰ্ঘ্য গ্ৰহণ কৰা।) বুলি মন্ত্ৰ মাতি অৰ্ঘ্য দান কৰিব। তাৰ পাছত শুকান কাপোৰ পিন্ধি,

উৰ্বশী দ্বিভুজা প্ৰোক্তা স্বৰ্ণকঙ্কণধাৰিণী।
সুৰ্বণপাত্ৰমমৃত স্ৰবণায় বিভৰ্ত্তি চ।।
শুক্লবস্ত্ৰা গৌৰবৰ্ণা পীনোন্নত পয়োধৰা।
সৰ্বাঙ্গ সুন্দৰী শুদ্ধা সৰ্বাভৰণভূষিতা।।

('দ্বিভুজা সোণৰ কঙ্কণ পিন্ধা, অমৃত স্ৰবণৰ বাবে সোণৰ পাত্ৰ লৈ থকা, শুক্লবস্ত্ৰা, গৌৰ বৰণৰ, পীত আৰু উন্নত পয়োধৰ যুক্তা, শুদ্ধা, সৰ্বাঙ্গসুন্দৰী আৰু সকলো আভৰণেৰে বিভূষিতা উৰ্বশী') —এইদৰে ধ্যান কৰি বাহিৰা নামাদি অক্ষৰেৰে— বীজমন্ত্ৰেৰে পূজা কৰিব। তাৰ পাছত বিষ্ণুলোকত উৰ্বশী নাম কীৰ্তনেৰে সমাখ্যাতা, কামদা, মোক্ষদা, স্বৰ্গ মোক্ষদা, বৰাৰোহা, সকলো জীৱকে পৱিত্ৰ কৰা আৰু সকলোৰে পাপ নাশকাৰিণী, ব্ৰহ্মস্বৰূপিণী, শিৱা, বিদ্যা-অবিদ্যা-আত্মিকা দেৱী উৰ্বশীক নমস্কাৰ কৰো। যাক আমি স্তুতি কৰিবলৈ অশক্তা সেই দেৱী পৰমেশ্বৰীয়ে আমাৰ প্ৰতি প্ৰসন্ন হওক।—এইদৰে স্তুতি কৰি প্ৰণাম জনাই তেওঁক বিসৰ্জন দিব।

তাৰ পূবলৈ ডেৰ অৰ্কধনু পৰিমাণৰ সূৰ্য তীৰ্থলৈ গৈ অদ্য ইত্যাদি বচন মাতি আৰোগ্য লাভ কৰি সূৰ্যলোকলৈ যাব খোজা 'সূৰ্য তীৰ্থত মই স্নান কৰিম' বুলি সংকল্প লৈ—

ৰক্তাংশোৰংশ সম্ভূত মহাপাতক নাশন।
ত্ব মানস মহাতীৰ্থ পাপং হৰ নমোৎস্তুতে।।

(হে ৰক্তাংশৰপৰা সম্ভূত মহাপাতক নাশ কৰা মানস মহাতীৰ্থ তুমি মোৰ পাপ নাশ কৰা, তোমাক নমস্কাৰ।) বুলি স্নান কৰি কৰবীৰ ফুল আৰু দুৰ্বাৰে অৰ্ঘ্য দিব। ফুলৰ অভাৱত কৰবীৰ কৰবীৰ আৰু কৰবীৰ বুলি তিনিবাৰ সেই ফুলৰ নাম ল'ব।

তাৰ পূব ফালে পাঁচ ধনু প্ৰমাণৰ কামসৰ লৈ গৈ অদ্য ইত্যাদি বচন মাতি সকলো কামনা আশা কৰা লোকে 'কামকুণ্ডত মই স্নান কৰিম' বুলি সংকল্প লৈ পুত্ৰ কামনা কৰোতাই ধাত্ৰীফল (আমলখি) মুখত লৈ স্নান কৰিব।

কামকুণ্ড মহাভাগ স্বয়ং দেবাভিসংকৃত।

প্ৰয়চ্ছ কামানতুলান্ পাপাচ্চ ত্ৰাহি সৰ্বতঃ।।

(হে দেৱ সকলেৰে সংকৃত কামকুণ্ড মহাভাগ মোলৈ অতুল কাম আনা (দিয়া) আৰু সকলো পাপৰপৰা ত্ৰাণ কৰা। এইটো মন্ত্ৰেৰে স্নান কৰি কামকুণ্ডৰ দক্ষিণ ভাগত থকা দশ ধনু প্ৰমাণৰ গঙ্গা তীৰ্থলৈ গৈ অদ্য ইত্যাদি বচন মাতি ব্ৰহ্মলোক লাভ কামনা কৰা লোকে 'গঙ্গা তীৰ্থত স্নান কৰিম' বুলি সংকল্প কৰি—

বিষ্ণু পাজসম্ভূতে গঙ্গে ত্ৰিপথগামিনী।

ধৰ্মদ্ৰৱি সৰিৎশ্ৰেষ্ঠে ত্ৰাহি মাং সৰ্বপাতকাৎ।।

(বিষ্ণুৱৰ পাদৰপৰা সম্ভূতা, ত্ৰিপথগা, সৰিৎশ্ৰেষ্ঠা ধৰ্মমতে দ্ৰবিভূতা হে গঙ্গা তুমি মোক সকলো পাপৰপৰা ত্ৰাণ কৰা।) বুলি স্নান কৰিব।

তাৰ দক্ষিণত এক অৰ্কধনুৰ সমান অগস্ত্য তীৰ্থলৈ গৈ মুক্তি কামনা কৰা লোকে 'অগস্ত্য তীৰ্থত মই স্নান কৰিম' বুলি সংকল্প লৈ—

যথা চৰাচৰং সৰ্বং ত্ৰৈলোক্যং ত্ৰায়সেৎনঘ।

তথা ত্ৰায়স্ব মাং নিত্যং তীৰ্থবৰ্স নমোৎস্তুতে।।

(যেনেকৈ ত্ৰৈলোক্যৰ সকলো চৰাচৰকে ত্ৰাণ কৰা তেনেকৈ হে তীৰ্থবৰ্স অনঘ, মোকো ত্ৰাণ কৰা, তোমাক নমস্কাৰ জনাওঁ।)—বুলি স্নান কৰিব।

তাৰে কিছু পশ্চিমৰ আগ্নেয় কোণত একৈশ ধনু প্ৰমাণ বাসৱ তীৰ্থলৈ গৈ ইন্দ্ৰৰ অৰ্ধাসন লাভ কৰিবলৈ কামনা কৰা লোকে 'ইন্দ্ৰ তীৰ্থত মই স্নান কৰিম' বুলি সংকল্প লৈ—

ওঁ বাসবাখ্য মহাতীৰ্থ সৰ্বপাপ প্ৰণাশন।

তবাম্ভসি নিমজ্জামি যথোক্ত ফলদোভব।।

(হে বাসৱ নামে মহাতীৰ্থ, সকলো পাপ প্ৰণাশক তোমাৰ পানীত মই স্নান কৰিম যাতে তুমি কোৱা মতে ফল দান কৰা।) —এই মন্ত্ৰেৰে স্নান কৰি ইন্দ্ৰক সম্যকভাৱে পূজা কৰি 'লম্' বুলি ইন্দ্ৰৰ বীজ মন্ত্ৰেৰে অৰ্ঘ্য দান কৰিব।

তাৰ পশ্চিমত অলপ আঁতৰত সাত ধনু প্ৰমাণৰ ৰত্না তীৰ্থলৈ গৈ ৰূপবন্ত পাবলৈ কামনা কৰাজনে সংকল্প লৈ—

ওঁ ব্ৰহ্মবৰ্ম্মে সমুদ্ভূতে সৰ্বকামপ্ৰদে শুভে।

কামদ্ৰবি নমস্তভ্যং ত্ৰাহি মাং ভৱসাগৰাৎ।।

(ব্ৰহ্মালোকৰ পথ উৎপন্ন কৰা, সকলো কাম দান কৰা কামদ্ৰব তোমাক নমস্কাৰ কৰিছো, মোক ভৱসাগৰৰপৰা ত্ৰাণ কৰিবা।)—এই মন্ত্ৰ আবৃত্তি কৰি ইন্দ্ৰৰ বীজ মন্ত্ৰেৰে অৰ্ঘ্য দান কৰিব।।

তাৰ পশ্চিমত ত্ৰিশ ধনু প্ৰমাণৰ ৰুক্মিণীকুণ্ডলৈ গৈ ব্ৰহ্মপদ পাব খোজা লোকে যথোচিত সংকল্প লৈ শত্ৰুৰ বীজ মন্ত্ৰেৰে স্নান কৰি—

ওঁ ব্ৰহ্মাবিষ্ণুমহেশানৈঃ ক্ষালিতং বদনংত্বয়ি।
ৰূপৱান্ জায়তে নিত্যং ৰূপং সত্যেন দেহি মে।।

(ব্ৰহ্মাবিষ্ণুঈশানৰদ্বাৰা যাৰ বদন ক্ষালিত হৈছে আৰু সদায় ৰূপৱান হৈছে, তেওঁলোকে মোক সঁচাকৈ ৰূপ দান কৰক।)—এই মন্ত্ৰ মাতি মুখ প্ৰক্ষালন কৰিব।

তাৰে বাযব্য দিশত আঠ প্ৰমাণৰ পিতৃ তীৰ্থলৈ গৈ পিতৃলোক পাব খোজা লোকে পিতৃলোকত মই স্নান কৰিম বুলি সংকল্প লৈ—

ওঁ পিতৃতীৰ্থ মহাভাগ স্বয়ং দেৱাভিঃসৎকৃত।
পিতৃহেতো মহাভাগ অঘোৰান্মাং পুনীহি ভোঃ।।

(দেৱগণেৰে সৎকৃত হৈ হে পিতৃতীৰ্থ মহাভাগ পিতৃৰ বাবে অঘোৰাৰপৰা মোক পৱিত্ৰ কৰা।)—বুলি মন্ত্ৰ মাতি স্নান কৰিব।

আগস্ত্যৰ দক্ষিণে চাৰি ধেনু প্ৰমাণৰ গয়াকুণ্ডলৈ গৈ পিতৃসকলৰ ঋণ পৰিশোধ কামনা কৰা লোকে গয়া তীৰ্থত মই স্নান কৰিম বুলি সংকল্প লৈ—

ওঁ গয়াতীৰ্থ মহাতীৰ্থ পিতৃণাং নাস্তি তৎসমম্।
পাৱণং সৰ্বতীৰ্থেভ্যো মাং পুনীহ্যাশু পাপতঃ।।

(পিতৃসকলৰ বাবে গয়া তীৰ্থৰ দৰে মহাতীৰ্থ আন ক'তো নাই; ই সকলো তীৰ্থৰ ভিতৰতে পৱিত্ৰ; তুমি মোক পাপৰপৰা বিশুদ্ধ কৰা।)

এই মন্ত্ৰেৰে স্নান কৰি পিতৃৰ প্ৰতি তৰ্পণ কৰি ধোৱা কাপোৰ পিন্ধি তিলক কপালত লৈ ক্ষেত্ৰ প্ৰদক্ষিণ কৰিব।

অগস্ত্য তীৰ্থৰ পশ্চিমত আঠাইশ ধনু প্ৰমাণৰ দশাশ্বমেধিকক্ষেত্ৰলৈ গৈ দক্ষিণাদিক্ৰমত এটা এটাকৈ চাৰি হাত পৰিমাণৰ যোল্লখন বেদীৰূপে কল্পনা কৰি প্ৰত্যেক খণ্ডতে একোটাকৈ পিণ্ড দান কৰিব। যেনে, বিষ্ণুপদক্ ১, ব্ৰহ্মাপদক্ ২, ৰুদ্ৰপদং ৩, অগস্ত্যপদং ৪, ইন্দ্ৰপদং ৫, গণেশপদং ৬, ক্ৰৌঞ্চপদং ৭, কুমাৰপদং ৮, প্ৰজাপতিপদং ৯, চ্যবনপদং ১০, কশ্যপপদং ১১, ষন্মুখপদং ১২, ৰুচিপদং ১৩, সুৰ্যপদং ১৪, নাৰদপদং ১৫, পুলস্ত্যপদং ১৬। ইয়াত মাকৰ বাবে পৃথক পিণ্ডও দিব। ইয়াত বাৰু বাৰ পুৰুষীয়া গয়াশ্ৰাদ্ধ বিধিৰে শ্ৰাদ্ধ কৰি পিণ্ডাদি দান কৰি যোল্লটা পিণ্ড দান কৰিব।

সূৰ্যকুণ্ডৰপৰা বায়ুকোণত দুই ধনুৰ অন্তৰত গদাধৰ দেৱৰ ওচৰলৈ গৈ প্ৰণিপাত

কৰি—'ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ আদি দেৱতাসকল তোমালোক সাক্ষী হৈ থাকিবা; মই গয়ালৈ আহি পিতৃসকলৰ নিষ্কৃতি কৰিছো। হে গদাধৰ দেৱ তুমি সাক্ষী হৈ থাকিবা যে মই গয়াত পিতৃকাৰ্য কৰি তিনি প্ৰকাৰ ঋণ পৰিশোধ কৰি অনৃণী হ'লো।'—এই বুলি প্ৰণাম কৰিব।

গদাধৰৰ চৰম সীমাত অনতিদূৰত মাতৃগয়াত পিতৃ থকা লোকেও মাতৃ শ্ৰাদ্ধ কৰিব। মৌন হৈ থাকি মৌনাদিত্য আৰু কনকাদিত্যক দৰ্শন কৰিব। তাৰ পাছত উৰ্বশীৰ দক্ষিণত থকা পিঙ্গলৰূপ শিলালৈ গৈ গায়ত্ৰীক সম্যকৰূপে পূজা কৰি সন্ধ্যা কৰিব। ইয়াত অগস্ত্য গয়াত তিনিবাৰ পিণ্ড নিৰ্বপণ কৰা ভাল। ইয়াত বিনা-তিলে স্বকীয় পিণ্ড দান আৰু আত্মবৃষোৎসৰ্গ কৰিব। এনেদৰে দম্পতীৰ জীৱিত অৱস্থাতে বৃষোৎসৰ্গ কৰিব পাৰে। এনেকৈ তিনি দিনত এই কৰ্ম সমাপ্ত কৰি পিছদিনা পুৱা বেলা ভস্মাচলক স্পৰ্শ কৰা অন্য ধাৰাৰে সৰস্বতীলৈ গৈ অদ্য ইত্যাদি বচন মাতি অগ্নিষ্টোম যজ্ঞৰপৰা হ'ব পৰা ফলৰ সমান ফল কামনা কৰা লোকে ভস্মাচল স্পৰ্শ কৰা ধাৰা (থকা) সৰস্বতীত মই স্নান কৰিম বুলি সংকল্প কৰি—

ওঁ বিষ্ণোৰ্বক্ষঃ স্থিতে ভদ্ৰে মকৰন্দ প্ৰিয়ে শুভে।
জন্মজন্মাৰ্জিতং পাপং হৰমে পৰমেশ্বৰি।।

(বিষ্ণুৰ বুকুত থকা মধুপ্ৰিয়া ভদ্ৰা, শুভা, পৰমেশ্বৰী মোৰ জন্মাজন্মান্তৰৰ সকলো পাপ হৰণ কৰা।।) বুলি মন্ত্ৰ মাতি স্নান কৰিব।

ভস্মশৈলৰপৰা আগ্নেয় কোণত ছয় ধনু প্ৰমাণ পিশাচ মোচন তীৰ্থলৈ গৈ তাত স্নান কৰি কপৰ্দীশ্বৰ শূলপাণিক পূজা কৰিব আৰু তাৰ বায়ব্য কোণত চৈধ্য ধনু প্ৰমাণৰ কপালমোচন তীৰ্থলৈ গৈ তাত স্নান কৰি কপালেশ্বৰ সম্যকভাৱে পূজা কৰি তাৰ উত্তৰত পাঁচ ধনু প্ৰমাণ কপিল নামে সৰোবৰলৈ গৈ ভৱবন্ধন মোচন কামনা কৰোতাজনে তাত স্নান কৰা উচিত। তাৰ পাছত ভস্মাচলৰ ওচৰলৈ গৈ—

ওঁ নমস্তেৎস্তু গিৰীশায় নন্দভদ্ৰায় বৈ নমঃ।
গৃহাণাৰ্ঘ্যং ময়া দত্তং ভস্মকূট নমোৎস্তুতে।।

(নন্দভদ্ৰ গিৰীশলৈ নমস্কাৰ জনাওঁ। হে ভস্মকূট মই দান কৰা অৰ্ঘ্য গ্ৰহণ কৰা, তোমাক আকৌ নমস্কাৰ জনাইছো) এই বুলি মন্ত্ৰ মাতি অৰ্ঘ্য দান কৰিব। তাৰ পাছত পূৱলৈ মুখ কৰি 'হে বৃষাচল, ধৰ্মমাৰ্গ, ত্ৰিপিষ্টপ, হে ভস্মকূলৈ নমস্কাৰ কৰি তোমাৰ শিখৰত আৰোহণ কৰো' এই মন্ত্ৰ মাতি সেই পৰ্বতত আৰোহণ কৰি সামান্য অৰ্ঘ্য দিব; মণিকৰ্ণীশ্বৰ বিখিত কোৱা মাতে শৈৱপীঠৰ অন্তত যাৱতীয় কৰ্ম সমাপন কৰি ঋষিসকলকে ধৰি ন্যাস কৰিব। এই মন্ত্ৰ ঋষি বামদেৱ, ছন্দ পংক্তি, দেৱতা হ'ল উমানন্দ সদাশিৱ আৰু বিনিয়োগ ইষ্টাৰ্থ সাধন।

শিৰত ওঁ বামদেৱ ঋষিলৈ নমস্কাৰ, এনেকৈ মুখত পংক্তি ছন্দ লৈ, হৃদয়ত উমানন্দ সদাশিৱ দেৱতালৈ, এনেদৰে ন্যাস কৰি প্ৰসাদ বীজেৰে ছয় দীৰ্ঘভাক, ছয় অঙ্গক বিন্যাস কৰি ধ্যান কৰিব ঃ

ধ্যেয়ঃ প্ৰীতো দেৱদেৱ পিনাকী,
পাতু নৈত্ৰৈৰ্দীপ্যমাণৈ স্ত্ৰৃতীয়ৈঃ
লোলৈঃ সাক্ষাৎ সৰ্বপাপৌঘহৰ্তা,
বিভ্ৰদ্ ৰাহুংশ্চতুৰো দেৱদেৱঃ
বিভ্ৰদ্ বাসশ্চৰ্ম বৈয়াঘ্ৰকান্তং
ভূত্বা শুভ্ৰং তুঙ্গকান্তং বপুশ্চ,
দেব্যাগোত্ৰে লীনদেহে মুহুশ্চ,
স্পৃশৎ পানী পাণিনা লোলনেত্ৰঃ।।

প্ৰীতিমান দেৱদেৱ পিনাকী মোৰ ধেয় দেৱতা, দীপ্যমান তিনি চকুৰে তেওঁ মোক ৰক্ষা কৰক, যি চকুবোৰ ঢুলঢুলীয়া; তেওঁ সকলো পাপৰ হৰ্তা; দেৱদেৱে চাৰিখন বাহু ধৃৰাহ ব্যাঘ্ৰচৰ্ম ঘুৰাই দেৱীৰ গাত লীন হৈ বাৰে বাৰে নিজৰ হাতেৰে তেওঁৰ হাত স্পৰ্শ কৰিছে।) এইদৰে ধ্যান কৰি প্ৰাসাদ মন্ত্ৰত কোৱা ক্ৰম অনুসৰি আৱাহন কৰি গন্ধ আদিৰে, পঞ্চামৃতেৰে, চন্দনেৰে স্নান কৰাই বেলপাত আদিৰে পূজা কৰিব। তাৰ পাছত দলবোৰত—(থেৰুত)

কামলৈ নমস্কাৰ; এনেকৈ ধৰ্মলৈ, সূক্ষ্মলৈ, বিধুলৈ, নাৰায়ণলৈ, হৰলৈ, বিজয়লৈ, বিশ্বলৈ; বাহিৰত বামাদিশক্তিলৈ, তাৰ বাহিৰত শ্ৰীকণ্ঠ আদিলৈ, তাৰো বাহিৰত ত্ৰৈম্বক মন্ত্ৰেৰে নন্দীশ বটুকক সম্যক্‌ৰূপে পূজা কৰি, বাহিৰত ইন্দ্ৰাদিক পূজা কৰিব। তাৰ পাছত প্ৰণাম কৰি এই স্তোত্ৰ পাঠ কৰিব—

ওঁ নমো হিৰণ্যবৰ্ণায় হিৰণ্যকনকায় চ।
হিৰণ্যকৃৎচূড়ায় হিৰণ্যপতয়ে নমঃ।।
ঈশান বক্ত্ৰসংঘাত হৰিকেশ নমোৎস্তুতে।
নমো বালাৰ্কবৰ্ণায় চলদ্ ৰূপধৰায় চ।।
নমোৎশুদ্ধায় শুদ্ধায় সৌভাগায় ক্ষয়া চ।
ভৱাঙ্কাঙ্কিত কেশায় মুক্তকেশায় বৈ নমঃ।।
শ্বেতপিঙ্গল নেত্ৰায় কৃষ্ণৱক্ৰেক্ষণায় চ।
ধৰ্মকামাৰ্থমোক্ষায় সৰ্বপাপ হৰাচ।।
নম স্ত্ৰিশূলহস্তায় উমাকান্তায় বৈ নমঃ।
ঈশান বক্ৰ সংহত্য হৰিকেশ নমোৎস্তুতে।।
প্ৰসীদ পাৰ্বতীকান্ত উমানন্দায় বৈ নমঃ।।

হিৰণ্যবৰ্ণ, হিৰণ্যকনক, হিৰণ্যকৃত চূড়া, হিৰণ্যপতিলৈ নমস্কাৰ। হে ঈশানমুক, হৰিকেশ তোমাক নমস্কাৰ। অশুদ্ধ, শুদ্ধ বালসূৰ্য বৰ্ণ চলিত ৰূপ ধৰোতা, সৌভাগ, ক্ষয়, শ্বেতপিঙ্গলনেত্ৰযুক্ত, কৃষ্ণবক্ৰ, ধৰ্মাৰ্থমোক্ষ দিওঁতা, সকলো পাপ হৰণকৰ্তা, ত্ৰিশূলহস্ত, উমাকান্ত, ঈশানবক্ৰ, হৰিকেশ, পাৰ্বতীকান্ত তোমাক নমস্কাৰ।)—এইদৰে স্তুতি কৰি সেৱা কৰিব।

তাৰ পাছত 'হে পাৰ্বতীৰ প্ৰীতি বৰ্ধন কৰোতা উমানন্দলৈ নমস্কাৰ, পূজা কৰোতা মোৰ সিদ্ধি লাভ হওক, হে আয়ুষ্মান। হে পৰমেশ্বৰ, হে জগন্নাথ, হে দেবেশ, তোমাৰ প্ৰসাদ আৰু আজ্ঞাৰে মই কামেশ্বৰী শিৱাক অৰ্চনা কৰো।'—এইদৰে অনুজ্ঞা গ্ৰহণ কৰি তাৰ পাছত পূৰ্ব দিশত বিশ্বক্সেন আৰু জনাৰ্দনক সম্যকৰূপে পূজা কৰি— দেৱৰ দক্ষিণত বাইশ ধনু পৰিমাণৰ মাতঙ্গী ক্ষেত্ৰলৈ গৈ সামান্য অৰ্ঘ্য আদি 'জ্ঞানাত্মলৈ নমস্কাৰ' বিন্যাস কৰি হৃদ্‌পদ্মৰ পূৰ্বাদি কেশৰবোৰত, বিভূতি মাতঙ্গলৈ, উন্নতি মাতঙ্গলৈ, কান্তি মাতঙ্গলৈ, সৃষ্টি মাতঙ্গলৈ, কীৰ্তি মাতঙ্গলৈ, সমুন্নতি মাতঙ্গলৈ, বুষ্টি মাতঙ্গলৈ, উৎকৃষ্টি মাতঙ্গলৈ, ঋষি মাতঙ্গলৈ তদুপৰি সৰ্বশক্তি কমলাসনলৈ নমঃ বুলি বিন্যাস কৰি 'ধ্যায়েসং ৰত্নপীঠে' ইত্যাদি মন্ত্ৰেৰে ধ্যান কৰিব। তাৰ পাছত মায়া বীজেৰে সম্যকভাৱে পূজা কৰি ত্ৰিকোণত ৰতিমাতঙ্গিনী আদিলৈ নমস্কাৰ, এনেকৈ মধ্য দিশত হৃদ্‌লেখা মাতঙ্গিনী আদিৰ বাহিৰত, ছয় অঙ্গৰ বাহিৰত, পঞ্চবাণৰ দলৰ মাজত অনঙ্গকুসুমামাতঙ্গিনী আদিলৈ পাতৰ আগভাগত লক্ষ্মীমাতঙ্গিনীক অষ্টদলৰ বাহিৰত মন্মথ আদিক, পাতবোৰত ব্ৰাহ্মীমাতঙ্গিনী আদিক, তাৰ আগত অসিত (কলা) অঙ্গাদি ভৈৰৱক, বাহিৰৰ ষোড়শ পত্ৰত বাম মাতঙ্গিনী আদিক, তৰো বাহিৰত মদোন্মত্ত-মাতঙ্গিনী আদিক, বাহিৰত গণেশ আদিক, লোকেশ আদিক, তেওঁলোকৰ অস্ত্ৰ আদিক সম্যক পূজা কৰি তাৰ পাছত প্ৰণবেৰে অৰ্ঘ্য দান কৰিব। তাৰ পাছত বিষ্ণুৰূপ, জ্ঞানী মন্দাৰ পৰ্বতলৈ নমস্কাৰ; তেওঁক মতঙ্গস্থ দেখিলে পাৰ্থিব পাপ নষ্ট হয়।' বুলি মন্ত্ৰ মাতি মন্দৰ শৈল দৰ্শন কৰিব। তাৰ পাছত 'কোটি হেজাৰ বছৰ ধৰি মই যি পাপ কৰিছো, মই তাক গজৰ মুখত পেলাওঁ, তুমি মতঙ্গজ সাক্ষী হোৱা' বুলি মন্ত্ৰ মাতি সন্ধ্যাচল দৰ্শন কৰিব।

তাৰ পাছত তিল, কুশ, জলেৰে সূৰ্যলৈ অৰ্ঘ্য দান কৰিব। তাৰ পাছত চণ্ডেশ্বৰক প্ৰণিপাত কৰি বিসৰ্জন দিব।

দশাশ্বমেৰপৰা নৈৰ্ঋতী কোণৰ ফালে কাঁড় মাৰি ঢুকি পোৱা অন্তৰত থকা কলি নামে পৰ্বতত আৰোহণ কৰিলে সকলো পুণ্য নাশ হয়, গতিকে তালৈ নাযাব।

তাৰ পাছত মন্দৰৰপৰা ঐশানী কোণত যোল্ল ধনু পৰিমাণৰ চক্ৰতীৰ্থলৈ গৈ সকলো পাপ প্ৰশমন কামনা কৰা লোকে চক্ৰতীৰ্থত মই স্নান কৰিম সংকল্প লৈ

'দ্বাৰকাত সমুদ্ভূত হোৱা জনেও তিনি জন্মত কৰা পাপৰপৰা ৰক্ষা পাবলৈ ইচ্ছুক মই তীৰ্থৰাজক সেৱা কৰো, মোক ভৱসাগৰৰপৰা পৰিত্ৰাণ কৰা হক' বুলি মন্ত্ৰ মাতি স্নান কৰি গায়ত্ৰী পাঠ কৰি অৰ্ঘ্য নিবেদন কৰিব। তাৰ পাছত তাৰে পশ্চিমত থকা মন্দাৰ পৰ্বতলৈ গৈ কৰ্কশ পৌণ্ড্ৰ বৰণৰ বেঁকা আৰু ওখ শিলাময় বুদ্ধৰ মূৰ্তিৰ ওচৰলৈ গৈ—

জনাৰ্দনঞ্চ দেৱেশং কলৌ বুদ্ধস্বৰূপিণম্।
তং দৃষ্ট্বা মুচ্যতে ঘোৰৈৰ্মহাপাপৈ সুদাৰুণৈঃ।।

(কলিযুগত বুদ্ধস্বৰূপ দেৱেশ জনাৰ্দনক দৰ্শন কৰি দাৰুণ আৰু ঘোৰ মহাপাপৰপৰা মুক্তি লাভ কৰে) বুলি মন্ত্ৰ পাঠ কৰি মূৰ্তি দৰ্শন কৰিব। তাৰপৰা আগ্নেয় কোণলৈ গৈ তাত থকা দুই ধনু প্ৰমাণৰ লোলতীৰ্থলৈ গৈ সেই ঠাইত তিল আৰু দূবৰিৰে পিতৃ তৰ্পণ কৰিব। তাৰ পাছত 'হে জনাৰ্দন, মই তোমাৰ হাতত এই পিণ্ড তুলি দিলো; পৰলোকলৈ গ'লে তুমি যেন মোৰ প্ৰতি দাতা হোৱা' বুলি মন্ত্ৰ পাঠ কৰি জনাৰ্দনৰ হাতত পিণ্ড দান কৰিব।

তাৰ পাছত কলি শৈলৰ পূবত থকা আঠ ধনু প্ৰমাণৰ প্ৰেত শিলাত পিণ্ড দান কৰিলে মানুহৰ প্ৰেতত্ব লাভ নহয়। তাৰ দক্ষিণত গজ শৈলত থকা শুক্ৰেশ্বৰক দৰ্শন কৰিব। তাৰ পাছত ক্ৰমশঃ গালেশ্বৰ, অঙ্গাৰেশ্বৰ, সিদ্ধেশ্বৰ, গজাদিত্য আৰু মাৰ্কণ্ডেয়েশ্বৰক দৰ্শন কৰিব।

ইমানলৈ শ্ৰীকামৰূপ যাত্ৰা পদ্ধতিৰ তৃতীয় পটল।।

# চতুৰ্থ পটল

## পাণ্ডুনাথ আদি যাত্ৰা

তাৰ পৰৱৰ্তী দিনত পাণ্ডুনাথ পৰ্বতলৈ গৈ তাৰ বায়ব্য ভাগত বাৰ ধনু নিৰ্মিত ব্ৰহ্মাকুণ্ডলৈ গৈ সৰ্ব কাম সিদ্ধি কৰিবলৈ সংকল্প কৰি প্ৰণৱেৰে স্নান কৰিব। তাৰ দক্ষিণত পাঁচ ধনু প্ৰমাণৰ লৌহিত্য তীৰ্থলৈ গৈ আগৰ তিনি জন্মত কৰা পাপ ক্ষয় কৰিবলৈ সংকল্প গ্ৰহণ কৰি 'হে ব্ৰহ্মপুত্ৰ, সান্তনু পুত্ৰ তোমাক নমস্কাৰ; হে লোহিত তিনি জন্মত যি পাপ কৰিছো সেই পাপ হৰণ কৰা' বুলি মন্ত্ৰ মাতি স্নান কৰিব আৰু অৰ্ঘ্য দান কৰিব।

তাৰে দক্ষিণত অনতিদূৰত তিনি ধনু প্ৰমাণ বিষ্ণুকুণ্ডলৈ গৈ পাঁচটা অশ্বমেধ যজ্ঞ কৰি পোৱা ফল পাবলৈ ইচ্ছা কৰি বিষ্ণুকুণ্ডত স্নান কৰি পাণ্ডুশৈল দৰ্শন মই কৰিব বুলি সংকল্প লৈ 'তুমি সকলো ভূতৰে গণ আৰু যোনি, তুমি নদীবোৰৰ পতি, হে অচ্যুতৰ প্ৰিয় বিষ্ণুকুণ্ড তোমাক নমস্কাৰ কৰো, তুমি মোক ত্ৰাণ কৰিবা।' এইদৰে মন্ত্ৰ মাতি স্নান কৰি পাণ্ডুশৈল দৰ্শন কৰিব।

তাৰ দক্ষিণত অলপ নৈৰ্ঋতি কোণৰ ফালে থকা এঘাৰ ধনু পৰিমাণৰ শিৱকুণ্ডলৈ গৈ শিৱলোকলৈ যোৱাৰ কামনা কৰি সংকল্প গ্ৰহণ কৰি, 'বিল্বস্নানৰপৰা সম্ভূত তীৰ্থবোৰৰ ভিতৰত শ্ৰেষ্ঠ, হে শিৱপ্ৰিয় নদীপতি তোমাক নমস্কাৰ কৰিছো; তুমি মোক পৰিত্ৰাণ কৰিবা' বুলি মন্ত্ৰ পঢ়ি স্নান কৰি ঈশান ঋকেৰে অৰ্ঘ্য দান কৰিব।

তাৰ পাছত পাণ্ডুশৈললৈ গৈ পাণ্ডুনাথক গন্ধ-পানীৰে স্নান কৰোৱাই বৈষ্ণৱ আচমন কৰি সামান্য অৰ্ঘ্য আদি দি 'জ্ঞানাত্মনলৈ নমস্কাৰ' বুলি শেষলৈকে পীঠশক্তিক ন্যাস কৰিম ঃ 'বিমলালৈ নমস্কাৰ', এনেকৈয়ে উৎকৰ্ষিণী, জ্ঞানী, ক্ৰিয়া, যোগী, প্ৰহ্বী, সত্যা, ঈশানীক; মাজতে অনুগ্ৰহলৈ, তদুপৰি ভগৱান বিষ্ণুক, সৰ্বভূতাত্মন বাসুদেৱ, সৰ্বাত্মন সংযোগ যোগ পীঠাত্মনলৈ নমস্কাৰ বুলি বিন্যাস কৰিব।' এই মন্ত্ৰটোৰ ঋষি নাৰদ, ছন্দ গায়ত্ৰী, দেৱতা বিষ্ণু আৰু বিনিয়োগ সৰ্বাৰ্থসাধন।

কিৰীট, কেয়ূৰ, হাৰ, মকৰ-কুণ্ডল, শঙ্খ, চক্ৰ, গদা, পদ্ম যাৰ হাতত আছে, পীতাম্বৰধৰ, যাৰ বক্ষস্থলত শ্ৰীবৎস অঙ্কিত আছে, শ্ৰীভূমিসহিত আত্মজ্যোতিৰে দীপ্তিকৰ, হেজাৰ আদিত্য তেজযুক্ত জনক নমস্কাৰ কৰি 'শ্বেতঞ্চ দ্বিভুজংবিষ্ণুং শঙ্ক-চক্ৰলসংকৰম্। পদ্মাসনস্থং বৰদং দেৱ গন্ধৰ্বসেৱিতম্' শ্বেত, দুবাহু থকা, শঙ্খ, চক্ৰাদি হাতত থকা, পদ্মাসনত বহি থকা, দেৱ-গন্ধৰ্ব আদিৰে সেৱিত বৰদাতা বিষ্ণুক। এই বুলি ধ্যান কৰিব আৰু পাণ্ডুনাথ বিষ্ণুলৈ বৌষট্ বুলি পূজা কৰি পূৰ্বাদি পত্ৰত লক্ষ্মী, সৰস্বতী, গঙ্গা,

যমুনা, নৰ্মদা, শিৱা আৰু বালালৈ, তাৰ বাহিৰত সংকষণ আদিলৈ, তাৰ বাহিৰত দিগীশলৈ, তাৰো বাহিৰত বিশ্বক্সেন (আদি) গ্ৰহলৈ পূজা কৰি আৰু মূলমন্ত্ৰ জপ কৰি তলত দিয়া আঠোটা মন্ত্ৰেৰে আকৌ পূজা কৰিব ঃ

পাণ্ডুনাথক নমস্কাৰ, মোক্ষকাৰকক নমস্কাৰ, হে বিষ্ণুৰূপ সৰ্বলোকেশ তোমাক নমস্কাৰ কৰিছো, মোক ৰক্ষা কৰিবা।

নিৰ্মল কাপোৰ যেন পুৰুষোত্তম তোমাক নমস্কাৰ, হে পুণ্ডৰীকাক্ষ, পাণ্ডুনাথ নমস্কাৰ কৰিছো।

হেমকান্ত আৰু গৰুড়ধ্বজলৈ নমস্কাৰ, ব্ৰহ্মৰূপ নাৰায়ণলৈ নমস্কাৰ কৰিছো।

অঞ্জনৰ দৰে নীলা, ভক্তবৎসল, পাণ্ডুনাথ, মধুসূদনলৈ নমস্কাৰ।

বিবুধাবাসলৈ নমস্কাৰ, বিবুধ প্ৰিয়লৈ নমস্কাৰ, নাৰায়ণলৈ নমস্কাৰ; শৰণাগত মোক ৰক্ষা কৰিবা।

হে বিবুধ শ্ৰেষ্ঠ, হে কমলোদ্ভৱ, হে চতুৰ্মুখ, জগদ্ধাম, পাণ্ডুনাথ তোমাক নমস্কাৰ।

হে নীলবৰ্ণাভ, হে ত্ৰিদশ পূজিত, হে পাণ্ডুৰূপ বিষ্ণু তোমাক সেৱা জনাইছো, মোক যেন ৰক্ষা কৰা।

হে দীপ্তলোচন, নৰসিংহৰ সমান বীৰ্যবন্ত, বিষ্ণুৰূপ পাণ্ডুনাথ তোমাক বাৰে বাৰে নমস্কাৰ জনাইছো।

—এইদৰে স্তুতি কৰি, 'হে মহাভৈৰৱৰূপী পাণ্ডুনাথ তোমাক নমস্কাৰ জনাইছো, হে নাথ, তুমি মোক কামাখ্যা দৰ্শনৰ বাবে অনুমতি দিয়া। এনেকৈ অনুমতি লৈ প্ৰণাম কৰি বিসৰ্জন দিব।

তাৰ পাছত পাণ্ডুনাথৰ নৈৰ্ঋতী দিশত পাঁচ ধনু পৰিমাণৰ অশ্বখৰে চিহ্নিত ধৰ্মক্ষেত্ৰলৈ গৈ কুৰুক্ষেত্ৰলৈ গৈ চাৰিযুগ পৰ্যন্ত গীতা পাঠৰপৰা হ'ব পৰা ফল পাব খোজা লোকে এশ আবৃত্তি গীতা পাঠ কৰিব। তাৰ পাছত সেই দেৱৰ পূৰ্বলৈ পাঁচ ধনু প্ৰমাণৰ শুক্লাকৃতি লক্ষ্মীদেৱীৰ ওচৰলৈ গৈ শ্ৰীবীজ মন্ত্ৰেৰে মালতী ফুলেৰে পূজা কৰিব; তাৰ পাছত সামান্য অৰ্ঘ্য আদি দি 'জ্ঞানাত্মনে নমঃ' বুলি বিন্যাস কৰি হৃদপদ্মৰ পূৰ্ব আদি কেশৰত বিভূতি, উন্নতিলৈ, কান্তিলৈ, সৃষ্টিলৈ, কীৰ্তিলৈ, সমুন্নতিলৈ, বুষ্টীলৈ, উৎকৃষ্টিলৈ আৰু ঋদ্ধিলৈ বুলি, তদুপৰি শ্ৰীবীজমন্ত্ৰৰে কমলাসনলৈ নমস্কাৰ কৰি বিন্যাস কৰিব। তাৰ লগতে ঋষি আদিৰ ন্যাস কৰিব, যেনে—এই মন্ত্ৰৰ ঋষি ভৃগু, ইয়াৰ ছন্দ নিবৃৎ, দেৱতী শ্ৰী বীজেৰে যড়দীৰ্ঘভাক। ছয় অঙ্গৰ বিন্যাস কৰি ধ্যান কৰিব। ধ্যান মন্ত্ৰ ঃ

কান্ত্যা কাঞ্চন সন্নিভাং হিমগিৰিপ্ৰখ্যৈ শ্চতুভিৰ্গজৈঃ
হস্তোৎক্ষিপ্ত হিৰণ্ময়ামৃত ঘটৈৰাসিচ্যমানাং শ্ৰিয়ম্।

বিভ্ৰাণাং বৰমজযুগ্মভয়ং হস্তৈ কিৰীটোজ্জ্বলাং
ক্ষৌমাবদ্ধ নিতম্ব বিম্ব ললিতাং বন্দ্যেৰবিন্দস্থিতাম্।।

(যাৰ কান্তি সোণৰ দৰে, যাক হিমালয়ৰ দৰে চাৰিটা হাতীয়ে বেৰি আছে, যিজনীযে সোণৰ কলহত অমৃতৰূপ শ্ৰী সিঞ্চন কৰি আছে, যিয়ে দুহাতত পদুম দুটি লৈ আছে সেই কিৰীটিৰে উজ্জ্বল, নিতম্বত ক্ষৌমবস্ত্ৰ পৰিহিতা, পদ্মাসনা ললিতা দেৱীক নমস্কাৰ') বুলি পূজা কৰি হৃৎপদ্মৰ ছয় কেশৰত, দিগ্দলত বাসুদেবাদিলৈ. বিদিগ্দলত দমক আদিলৈ দেৱীৰ বাম আৰু দক্ষিণ কাষত শঙ্খনিধি, পদ্মনিধি, বসুধা-বসুমতীলৈ নমস্কাৰ কৰি, দলৰ আগত বলাকী আদিলৈ, তাৰ বাহিৰত ইন্দ্ৰ আদিক আৰু বজ্ৰাদিক পূজা কৰিব।

তাৰ দক্ষিণ দিশত অলপ আঁতৰত আঠ ধনু প্ৰমাণৰ কোলক্ষেত্ৰলৈ গৈ কৃষ্ণবৰ্ণ শিলাৰূপ কোলক দৰ্শন কৰি বৰাহক পূজা কৰিব। যেনে—সামান্য অৰ্ঘ্য আদিৰে বৈষ্ণৱপীঠৰ ওচৰত বিন্যাস কৰি ঋষি আদিৰ ন্যাস কৰিব। যেনে, মন্ত্ৰৰ ঋষি ভাৰ্গৱ, ছন্দ গায়ত্ৰী, দেৱতা আদি বৰাহ আৰু ইষ্টাৰ্থ সাধনত বিনিযুক্ত। একদংষ্ট্ৰ লৈ হৃদয়লৈ, ব্যামোল্কলৈ, শিৰলৈ, তেজৰ অধিপতিলৈ, শিখালৈ, বিশ্বৰূপলৈ, কবচলৈ, মহাদ্ৰংষ্টলৈ, অস্ত্ৰলৈ—বুলি পঞ্চাঙ্গ ন্যাস কৰি ধ্যান কৰিব। ধ্যান যথা—

আপাদং জানুদেশাদ্ বৰকাণক নিভং নাভিদেশাদধস্তান্।
মুক্তাভং কণ্ঠদেশাত্তৰুণ ৰৱিনিভং মস্তকান্নীলভাসম্।।
ইডে ইস্তৈৰ্দধানং ৰথচৰণদৰৌ খড়্গখেটৌ গদাখ্যাং
শক্তিন্দানাভয়ে চ ক্ষিতিবৰ বিলসদ্ দ্ৰংষ্ট্ৰমাদ্যং বৰাহম্।।

(ভৰিৰ পৰা জানুলৈকে, সোণৰ দৰে নাভিৰ পৰা তললৈকে মুক্তাৰ দৰে সুন্দৰ, মূৰটো নীলবৰণীয়া; হাতত গড়্গ, খেটক, গদা, শক্তি অভয়দান মুদ্ৰাৰে দাঁত আদিৰে সুন্দৰ বৰাহক নমস্কাৰ কৰো।) এনেদৰে ধ্যান কৰি সম্যকভাৱে পূজা কৰি আগ্নেয়াদি কোণত পাঁচ অঙ্গৰ বাহিৰত চক্ৰাদিৰো বাহিৰত বজ্ৰ আদিক পূজা কৰিব। তাৰ পাছত ব্ৰহ্মকুণ্ডৰ উত্তৰত দুই ধনু পৰিমাণ শ্ৰীকণ্ঠ সৰোবৰলৈ গৈ শ্ৰী পাব খোজাজনে (শ্ৰীকণ্ঠ শ্ৰেষ্ঠ ভগৱন, আৰোগ্য আৰু বিজয় দান কৰোতা, তুমি মোক শ্ৰী আৰু যশ দিয়া আৰু মোৰ পাপ হৰণ কৰা) বুলি স্নান কৰিব।

তাৰ পূবত একচল্লিশ ধনু পৰিমাণৰ কণখল তীৰ্থলৈ লৈ গৈ মহাপাতক নাশ কামনা কৰাজনে কণখল তীৰ্থত স্নান কৰি দক্ষিণমূৰ্তিৰ পূজা কৰিম সংকল্প লৈ

'হে সৰিৎশ্ৰেষ্ঠ মহাভাগ, দেৱগন্ধৰ্ব আদিয়ে যাক সেৱা কৰে, হে তীৰ্থ তুমি মোৰ দহ জন্মত অৰ্জন কৰা সকলো পাপ হৰণ কৰা; তোমাক নমস্কাৰ কৰো' বুলি স্নান কৰি দক্ষিণামূৰ্তি মন্ত্ৰেৰে তেওঁক পূজা কৰিব। তাৰ পাছত কামেশ্বৰ পূজাৰ কথা কোৱা হ'ব।

তাৰ পৰা দক্ষিণৰ পৰ্বতত চাৰি ধনু পৰিমাণৰ ব্ৰহ্মকুণ্ডতীৰ্থলৈ গৈ সকলো পাপৰ পৰা বিমুক্তি কামনা কৰা লোকে তেনেকৈ সংকল্প লৈ 'তুমি মানস মহাভাগ তুমি ত্ৰিপুষ্কৰ, তোমাক নমস্কাৰ; হ্াং হুং হ্ৰীং তুমি নদীবোৰৰ পতি মোৰ পাপ হৰণ কৰা।' বুলি মন্ত্ৰ মাতি স্নান কৰি সূৰ্যলৈ অৰ্ঘ্য দান কৰিব।

তাৰো পূব দিশত কুমাৰ সৰোবৰলৈ গৈ গাণপত্য লাভ কৰিব খোজা লোকে সংকল্প লৈ 'কুমাৰৰ পুৰত বাস বিষ্ণুৰ হিতত ৰত, হে জগদব্যাপ্ত কুমাৰক মোৰ পাপ হৰণ কৰা বুলি মন্ত্ৰেৰে স্নান কৰি অৰ্ঘ্য দান কৰি স্থানু মহাদেৱক দৰ্শন কৰিব। তাৰ পাছত ব্ৰহ্মকূটৰ চৰম সীমাত থকা পঞ্চাশ শিলাৰ মাজত থকা দুৰ্গা কূপলৈ গৈ মনৰ অভীষ্টাৰ্থে কামনা কৰা লোকে সংকল্প লৈ দশাক্ষৰ দুৰ্গা মন্ত্ৰ মাতি স্নান কৰিব।।

শ্ৰীকামৰূপ যাত্ৰা পদ্ধতিৰ চতুৰ্থ পটল সমাপ্ত।

# পঞ্চম পটল

## কামাখ্যা যাত্ৰা

মধ্যাহ্ন কালত নীলশৈলৰ ওচৰলৈ গৈ,
নীলং দশভুজং শান্তং মণিকুণ্ডল মণ্ডিতম্।
নাগহাৰোত্তৰীয়ঞ্চ বৃষভস্থং বিচিন্তয়ে।।

(নীল দশভুজ শান্ত, মণিকুণ্ডলেৰে বিভূষিত, নাগৰহাৰ যাৰ উত্তৰীয় সেই বৃষভস্থ (মহাদেৱক) চিন্তা কৰা)— বুলি, ধ্যান কৰি ৰম্ বুলি বহ্নি বীজেৰে পূজা কৰি, 'তোমাৰ কাম দান কৰা গিৰিশ্ৰেষ্ঠ নীলাচল শিখৰত আৰোহণ কৰি জগন্ময়ী যোনিমুদ্ৰা কামাখ্যা দেৱীক দৰ্শন কৰো' বুলি সম্যকৰূপে প্ৰাৰ্থনা কৰি 'নীলশৈল মহাবাহু ধৰ্ম কাম অৰ্থ আৰু মোক্ষ দান কৰিবলৈ সক্ষম তোমাৰ শিখৰত আৰোহণ কৰো, তুমি প্ৰসন্ন হৈ মোৰ পাপ হৰণ কৰা' বুলি মন্ত্ৰ মাতি গৃহস্থ লোকে পূবৰ দুৱাৰেৰে আৰোহণ কৰিব। যিসকলে মুক্তি কামনা কৰে তেওঁলোকে উত্তৰ পথেৰে, ৰাজ্য কামনা কৰা লোকে পশ্চিম পথেৰে আৰু অন্যান্য লোকে দক্ষিণ, অগ্নি, নৈঋত্য, বায়ব্য আৰু ঐশন্য পথেৰে আৰোহণ কৰিব।

পূৰ্বদ্বাৰেৰে আৰোহণ কৰোতাই প্ৰথমতে সিদ্ধ গণপতিক পূজা কৰিব; আগলৈ পূজাৰ ক্ৰম কোৱা হ'ব। তাৰ পাছত ঘণ্টাকৰ্ণৰ ওচৰলৈ গৈ 'হে মহাদেৱৰ অনুচৰ ঘণ্টাকৰ্ণ তোমাক নমস্কাৰ কৰিছো, দেৱীৰ উত্তম দৰ্শন যেন নিৰ্বিঘ্নে সিদ্ধ হয়' বুলি প্ৰণাম কৰিব।

তাৰ পাছত দুৰ্গাকুপৰ পূবত থকা আম্ৰাতকেশ্বৰদেৱৰ ওচৰলৈ গৈ সদ্যোজাত ৰূপৰ ধ্যান কৰি সদ্যোজাত ঋকেৰে পূজা কৰি তাৰে যাম্যত আঠ ধনু অন্তৰত ক'লা বৰণৰ হাতীৰ আকাৰৰ গণনায়কৰ ওচৰলৈ গৈ সামান্য ৰীতিৰে অৰ্ঘ্য আদি দি 'জ্ঞানাত্মনে নমঃ'. বুলি শেষ কৰা মন্ত্ৰেৰে বিন্যাস কৰিব, হৃৎপদ্মৰ পূবৰপৰা আৰম্ভ কৰি পীঠ শক্তিক ক্ৰমশঃ তীব্ৰালৈ, জ্বালিনীলৈ, ভোগদালৈ, কামৰূপিনীলৈ, উগ্ৰালৈ, তেজোবৃতীলৈ আৰু সত্যালৈ বুলি ন্যাস কৰিব; মাজত বিঘ্ননাশিনীলৈ বুলি ন্যাস কৰি ওঁ গং সৰ্বশক্তি কমলাসনালৈ বুলি সেৱা কৰিব। তাৰ পাছত ঋষি আদিৰ ন্যাস কৰোতে এই মন্ত্ৰৰ ঋষিগণক, ছন্দ গায়ত্ৰী, দেৱতা মহাগণপতি; বীজ মন্ত্ৰেৰে ছয় ধনু দীঘল, ছয় অঙ্গৰ ধ্যান কৰিব; যেনে (তাৰ অৰ্থ) :

নীল মেঘৰ দৰে বিবিধ অঞ্জনৰ দৰে উজ্জ্বল, অষ্টাদশ হাত থকা মেৰু মন্দৰৰ নিচিনা, ভীমৰূপ, বিৰূপক্ষে, মেঘৰ গাজনিৰ দৰে, শব্দযুক্ত, ৰক্ত কাপোৰ পৰিধান কৰা, নাগ যাৰ উপবীত, নানা ৰত্নেৰে সুশোভিত, কোটি আভৰণেৰে উজ্জ্বল, শক্তি, পৰশু, তৰ্জনীৰে তোমৰ আদি লৈ থকা, পদ্ম, গদা, পাশ, অঙ্কুশ, ধনু-শৰ পুষ্পবাণ, মোদকেৰে পূৰিত পাত্ৰ লৈ থকা, কুণ্ডিকা, অক্ষমালা ধাৰণ কৰা, অভয় আৰু বৰদ মুদ্ৰাযুক্ত (হাতেৰে), পুষ্কৰেৰে পূৰ্ণ কলহ লৈ হাতীৰ মুখেৰে পদ্মাসনত বহি থকা সকলো দেৱতাৰে পূজিত দেৱক ধ্যান কৰো'—বুলি পূজা কৰি ত্ৰিকোণৰ বাহিৰত শ্ৰীশ্ৰীপতি আদিক, ষট্‌কোণত সিদ্ধি আমোদিত আদিক, দুকাষত দুই নিধিক, কেশৰবোৰত ছয় অঙ্গক, দলবোৰত ব্ৰাহ্মী আদি মাতৃক, দলৰ আগত অসিতাঙ্গ আদি ভৈৰৱক, ভূপুৰত ইন্দ্ৰাদিক, তাৰ বাহিৰত ব্ৰজাদিক পূজা কৰি

প্ৰত্যুহ কাৰকং দেৱং মূষবাহনমুত্তমম্।
লম্বোদৰং বৃহৎকৰ্ণং বন্দেৎহং গণনায়কম্।।

(প্ৰত্যুহঁকাৰক উত্তম মূষক বাহন দেৱ, বৃহৎকৰ্ণ, লম্বোদৰ, গণনায়কক সেৱা কৰো—বুলি প্ৰণাম কৰিব।

তাৰ পূবত ন ধনু অন্তৰত ত্ৰিবিক্ৰমলৈ গৈ প্ৰণাম কৰি তিনি ধনু অন্তৰত গিৰিকূপৰ ওচৰত মহাকায় হনুমানৰ ওচৰলৈ গৈ সামান্য অৰ্ঘ্য আদি দি বৈষ্ণৱ পীঠ অন্তলৈকে বিন্যাস কৰি ৰামচন্দ্ৰ ঋষি, জগতী ছন্দ, হনুমান দেৱতা স্মৰণ কৰি ধ্যান কৰিব ঃ (তাৰ অৰ্থাৎ) যথা—পুৱাৰ সূৰ্যৰ দৰে তেজাল, ত্ৰিভুবনক ক্ষোভিত কৰিবলৈ সক্ষম, সুন্দৰ, সুগ্ৰীৱ আদি সকলো বান্দৰৰ আৰাধিত, নাদেৰে সমস্ত ৰাক্ষসগণক সন্ত্ৰস্ত কৰিব পাৰা শ্ৰীৰামৰ পাদাম্বুজৰ ধূলিক সেৱাৰত বায়ুদেৱৰ পুত্ৰক অঞ্জলি পূত হৈ ধ্যান কৰিছো।'—এনেকৈ ধ্যান কৰি 'হনুমতে নমঃ' বুলি সম্যকভাৱে পূজা কৰি তাৰ পাছত আৱৰণসকলৰ পূজা কৰিব। ষট্‌কোণৰ ভিতৰত ছয় অঙ্গক, দলবোৰত ৰামভক্তসকলক, তাৰ বাহিৰত ইন্দ্ৰাদি দেৱতাক আৰু বজ্ৰাদি অস্ত্ৰক পূজা কৰিব। সেৱাৰ মন্ত্ৰ ঃ

হনুমতে নমস্তেৎস্তু শিৱ শান্ত নমস্কৃত।
দংষ্ট্ৰা কৰাল বদন প্ৰসীদ ভৱবন্ধনাৎ।।

(শিৱ, শান্ত, হনুমান নমস্কাৰৰ যোগ্য; দংষ্ট্ৰা কৰাল বদন, তুমি মোক ভৱ বন্ধনৰ পৰা (মুক্ত কৰিবলৈ) প্ৰসন্ন হোৱা।) বুলি প্ৰণাম কৰি তাৰ পৰা ঐশন্য কোণত পঞ্চাশ ধনুৰ ব্যৱধানত চল্লিশ হাত মানতে সৌভাগ্য নামে কামাখ্যাৰ ক্ৰীড়া পুখুৰীলৈ গৈ তাৰ পশ্চিম পাৰত বহি—পৃথিব্যাং যানি তীৰ্থানি ত্বয়ি তিষ্ঠন্তি সৰ্বদা। তস্মাৎ পুণীহি মাং কুণ্ড দেৱদানৱ পূজিত।। (পৃথিৱীত যিমানবোৰ তীৰ্থ আছে সেইবোৰ তোমাতে থাকে; সেয়েহে দেৱদানৱ পূজিত কুণ্ড, তুমি আমাক পৱিত্ৰ কৰা।' প্ৰণাম জনাই অদ্য ইত্যাদি

বচন মাতি দহ পূৰ্বতন আৰু দহ পৰতনকৈ ধৰি নিজৰ সৈতে মুঠতে একৈশ পুৰুষক উদ্ধাৰ কৰিব খোজা লোকে অথবা পৃথিৱীক আধাৰৰূপে লৈ সকলো তীৰ্থত স্নান কৰাৰ ফলত হ'ব পৰা ফলৰ সমান ফল আশা লোকে ব্ৰহ্মা বিষ্ণু শিৱাত্মক নীলশৈলত শ্ৰীকামাখ্যাৰ ওচৰত থকা সৌভাগ্য কুণ্ডত মই স্নান কৰিম বুলি সংকল্প লৈ স্নানীয় মন্ত্ৰৰ অন্তত

সৌভাগ্যে সলিলাবৰ্তে বিমলে মানসপ্ৰিয়ে।
নমো গাং গোং বষট্ স্বাহা পাপং হৰ নমোঽস্তুতে।।

(হে সৌভাগ্যা, সলিলবৰ্তা, বিমলা, মানসপ্ৰিয়া, তোমাক মন্ত্ৰেৰে নমস্কাৰ কৰিছো; তুমি মোৰ পাপ হৰণ কৰা।।) বুলি সৌভাগ্য কুণ্ডত স্নান কৰিব।

তাৰ পাছত সেই ঐশিন্যকোণত থকা লৌহিত্যসৰত ভৱবন্ধন মোচন কামনা কৰাজনে প্ৰণৱেৰে স্নান কৰিব (১)। আগ্নেয় কোণত থকা তিনিহাত পৰিমাণৰ যামুনসৰত ৰূপবত্ব পাব খোজা লোকে পাৰ্শ্ববীজ মন্ত্ৰেৰে স্নান কৰিব।২। নৈৰ্ঋতী কোণত পাঁচ হাত পাঁচ হাত পৰিমাণৰ গঙ্গাসৰত বিষ্ণুপদলৈ যাবলৈ কামনা কৰা লোকে স্নান কৰিব।৩। পশ্চিম দিশত থকা গোধিকাৰ (গুইৰ) দৰে আকাৰৰ ৰক্ত, ৰুক্ষ শিলাৰ ৰূপত অনন্ত বুলি জানিব।।৪।। তাৰ পূবত আছে ক'লা ৰঙৰ শিলাৰূপ বৰাহ।।৫।। তাৰ একোণত থকা সৌভাগ্যকুণ্ডত ডেৰকোটি তীৰ্থত স্নান কৰি যি ফল পোৱা যায় তেনে ফল পাব খোজাজনে স্নান কৰিব।।৬।। এই ছটা কুণ্ড সৌভাগ্যৰ মাজত বুলি ধৰা হয়। তাৰ পাছত দেৱ আৰু পিতৃৰ উদ্দেশ্যে তৰ্পণ কৰি—

'তুমি সৰ্বদেৱময়, সৰ্বক্ষেত্ৰময়, তুমি মোৰ দহ পূৰ্বপুৰুষ দহ পৰপুৰুষক পাপৰ পৰা উদ্ধাৰ কৰা।' এইবুলি নমস্কাৰ কৰি— সকলো পাপ হৰণ কৰোতা, সৰ্বক্ষেত্ৰময়, সৌভাগ্যকুণ্ডলৈ নমস্কাৰ; তেওঁ এই অৰ্ঘ্য গ্ৰহণ কৰি আমাৰ পাপ মোচন কৰক' বুলি অৰ্ঘ্য দান কৰিব। তাৰ পাছত তাত উপবাসে থাকিব। পৃথিৱী প্ৰদক্ষিণৰ পৰা হ'ব পৰা ফলৰ সমান ফল পাবলৈ কামনা কৰাজনে সৌভাগ্যকুণ্ড প্ৰদক্ষিণ কৰিব। তাৰ পাছত কুণ্ডৰ আগ্নেয় কোণত, অলপ আঁতৰত কম্বল নামে শঙ্খ আকৃতিৰ বিষ্ণুৰ ওচৰলৈ গৈ—'হে দেৱদেৱেশ, শ্যাম, শ্ৰীবৎসভূষিত, লক্ষ্মীকান্ত, পুৰুষোত্তম। তোমাক নমস্কাৰ। দেৱদানৱ গন্ধৰ্বই যাৰ পাদপদ্ম অৰ্চনা কৰে, বৰদ, প্ৰভু, সিদ্ধিৰ বাবে হে কম্বল, তোমাক নমস্কাৰ জনাইছো।।"—বুলি নমস্কাৰ কৰি দেৱগণৰ বাবে যথাভাব কামনা কৰি কম্বল নামে শিৱক পূজা কৰিম বুলি সংকল্প লৈ ধ্যান কৰিব—

বটুকং কম্বলাখ্যঞ্চ স্বৰ্ণবৰ্ণং কজ্জাসানম্।
দ্বিভুজং দক্ষিণে দণ্ডং পাশৌ বামে কৃপাণকম্।।

'সোণ বৰণৰ, কজাসন (পদ্ম), দ্বিভুজ, দক্ষিণ হাতত দণ্ড আৰু বাওঁ হাতত কৃপাণ লৈ থকা কম্বল নামে বটকক ধ্যান কৰি প্ৰণৱ সমান দীঘলীয়া কবচেৰে সম্যকভাৱে পূজা কৰি আৰু নিম্নোক্ত মন্ত্ৰেৰে স্তুতি কৰি—

নমস্তে কম্বলেশায় মহাভৈৰৱৰূপিনে।
অনুজ্ঞাং দেহি মে দেৱ, কামাখ্যা দৰ্শনং প্ৰতি।।

'কম্বলেশ্বৰ, মহাভৈৰৱৰূপী বটুকলৈ নমস্কাৰ; হে দেৱ কামাখ্যা দৰ্শনৰ বাবে মোক অনুজ্ঞা দিয়া'—বুলি অনুজ্ঞা লৈ কামাখ্যাক প্ৰদক্ষিণ কৰিব নিম্নোক্ত বাক্য বচন (মন্ত্ৰেৰে)—

'জন্ম-জন্মান্তৰত যিবোৰ পাপ কৰিছো, এই প্ৰদক্ষিণৰ পদে পদে সেইবোৰৰ বিনাশ হওক।'—বুলি প্ৰদক্ষিণ কৰি কামাখ্যা মন্দিৰত প্ৰবেশ কৰি প্ৰণৱেৰে ছয়বাৰ জপ কৰি দেৱীক দৰ্শন কৰি কামবীজেৰে স্পৰ্শ কৰি তাৰে আকৌ নমস্কাৰ কৰি পঞ্চামৃতেৰে স্নান কৰাই, মূলমন্ত্ৰেৰে শুদ্ধ পানীৰে স্নান কৰাই বেল পাতেৰে ঘঁহিব।

## কামাখ্যা পূজা

'অদ্য ইত্যাদি বচন মাতি শিৱলোকলৈ যাব খোজা লোকে কামাখ্যা যোনি মণ্ডলত মই কামাখ্যাৰ পূজা কৰিম বুলি সংকল্প লৈ আচমন কৰি শুচি হৈ পূজাৰ বেদীৰ চাৰি হাত অন্তৰত থাকি গৃহৰ দুৱাৰত থাকি সিদ্ধ শৰ্ষপৰ ফুল আৰু চন্দনেৰে প্ৰথমতে গণসকলৰ সৈতে ভাস্কৰক অৰ্ঘ্য দান কৰি মনেৰে গুৰু, নিজৰ ইষ্টদেৱ আৰু দিক্‌পালসকলক প্ৰণাম জনাই প্ৰায়শ্চিত্তৰে অনপকৃত পৰ্বত অৰ্জন কৰা পাপক স্মৰণ কৰি—হে দেৱী! তোমাৰ পদগত চিত্ত মোৰ যি পাপৰ সম্ভাৱনা আছে, মোৰ চিত্তৰ পৰা সেই পাপক আঁতৰ কৰা, হুং ফট, তোমাক নমস্কাৰ। সূৰ্য, চন্দ্ৰ, যম, কাল, মহাভূত পাঁচটা (ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম) এই নজনে মোৰ শুভাশুভৰ সাক্ষী হৈ ৰওক। ওঁ হুং ফট্ এই মন্ত্ৰেৰে পূজাবেদীৰ ওচৰ চাপি নাৰাচ মুদ্ৰাৰে হাং হুং ফট্ মন্ত্ৰটো উচ্চাৰণ কৰি সকলো উপকৰণবোৰ চাই ৰম্—এই মন্ত্ৰেৰে দীপশিখাক স্পৰ্শ কৰিব। তাৰ পাছত ক্ষৌম্ মন্ত্ৰেৰে দেৱতীৰ্থেৰে কলহত থকা পানীলৈ চাই কুম্ভটোক স্পৰ্শ কৰিব। তাৰ পাছত বাওঁ কাষত থকা জলকুম্ভটোক বাওঁ হাতেৰে ধৰি আম্ মন্ত্ৰেৰে পাত্ৰ সংস্কাৰ কৰি তাৰ পানী স্পৰ্শ কৰিব। তাৰ পাছত পীঠাদিত আসন বহলাই পাৰি আম্ এই মন্ত্ৰেৰে দুহাতে স্পৰ্শ কৰি তাত বহিব। তাৰ পাছত হ্ৰীম্ আধাৰ শক্তি কমলাসনলৈ নমস্কাৰ কৰি গন্ধ পুষ্পৰে আসনক সম্যকভাৱে পূজা তাক ধৰি পাঠ কৰিব 'হে পৃথিৱী, তুমি লোকসকলক ধাৰণ কৰা, তোমাক বিষ্ণুৱে ধাৰণ কৰি আছে; তুমি মোক সদায় ধাৰণ কৰিবা; আৰু লগতে তুমি আসন পবিত্ৰ কৰা।' আসন মন্ত্ৰৰ মেৰু পৃষ্ঠ ঋষি,

সুতল ছন্দ, কুৰ্ম দেৱতা আৰু আসন পৰিগ্ৰহত বিনিযুক্ত। এই মন্ত্ৰেৰে আসনখন মন্ত্ৰপূত কৰি নিজৰ আদি আখৰ অৰ্ধচন্দ্ৰবিন্দুযুক্ত কৰি লিখি তাৰ ওপৰত বহিব। ক্ষৌম্ এই মন্ত্ৰেৰে নিজক (আত্মানং-আত্মাক?) পূজা কৰি হ্ৰীং সঃ এই মন্ত্ৰেৰে গন্ধ-পুষ্পেৰে দুহাত সংশোধন কৰি সোঁহাতেৰে ঘ্ৰাণ কৰি বাওঁহাতেৰে ঐশ্যান্য কোণত হ্ৰীং সঃ মন্ত্ৰেৰে (গন্ধ-পুষ্প) পেলাই দিব— নিক্ষেপ কৰিব। তাৰ পাছত সামান্য অৰ্ঘ্য স্থাপন কৰিব। তাত ক্ৰমশঃ মাটিত ওঁ নমঃ মন্ত্ৰেৰে চাৰিকোণীয়া মণ্ডল কৰি ঐং হ্ৰীং শ্ৰী— এই মন্ত্ৰেৰে অৰ্ঘ্য পাত্ৰ প্ৰক্ষালন কৰি, তাত সংস্থাপন কৰি ওঁ হ্ৰীং হ্ৰৌং বুলি গন্ধ-পুষ্পেৰে অৰ্ঘ্য পাত্ৰং সম্যক পূজা কৰি তাৰেই তাত গন্ধ-পুষ্প আৰু পানী দিব; সেই পানীত চন্দনেৰে চাৰিকোণীয়া মণ্ডল কৰি সেই পাত্ৰটো জলেৰে তিনি ভাগত পূৰণ কৰি 'ওঁ গঙ্গে' ইত্যাদি মন্ত্ৰেৰে অঙ্কুশ মুদ্ৰাৰে সূৰ্য মণ্ডলৰ পৰা তীৰ্থক আৱাহন কৰি পুনঃ তাত গন্ধ-পুষ্প নিক্ষেপ কৰি মূল মন্ত্ৰটো আঠবাৰ জপ কৰি ধেনু মুদ্ৰাৰে মৃতী কৰি যং ৰং লং বং ইবোৰ জপ কৰি তাৰ পানীৰে নিজক আৰু পূজাৰ উপকৰণবোৰক তিয়াই হুং হুং ফট্ মন্ত্ৰেৰে ভূতবোৰক অপসাৰণ কৰি ভূতশুদ্ধি কৰিব; যেনে, ৰঙা ফুল লৈ হাত মুঠি মাৰি চকু দুটা মুদি শৰীৰ, মুৰ আৰু ডিঙি সমান কৰি ভূতসকল সংহাৰ কৰিব। তাত অগ্নিক বায়ুত, বায়ুক জলত, জলক হৃদয়ত, হৃদয়ক আকাশত (সংহাৰ কৰিব?)। তাৰ পাছত ওঁ হুং ফট্ এই মন্ত্ৰেৰে ব্ৰহ্মৰন্ধ্ৰক ভেদ কৰি মূৰত শব্দৰ সৈতে আকাশক আৰু জীৱক সংস্থাপন কৰি, যম্ এই বায়ু বীজেৰে পীত বৰণৰ নাভিত থকা পূৰকৰ যোগত শৰীৰক শোষণ কৰিব; ৰম্ এই অগ্নি বীজেৰে লোহিত বৰণৰ হৃদয়ত থকা শৰীৰক দাহন কৰিব; লম্ বুলি ইন্দ্ৰবীজেৰে নীল বৰণেৰে ললাটত থকা শৰীৰক প্লাৱিত কৰিব; বম্ বুলি বৰুণ বীজেৰে শুকুলা বৰণেৰে শিৰত থকা অমৃত বৰ্ষণেৰে সিক্ত কৰি হ্ৰীম্ মন্ত্ৰেৰে তাত হিৰণ্ময় অণ্ডং বিশেষভাৱে চিন্তা কৰি ওঁ, হ্ৰীং শ্ৰীম্ মন্ত্ৰবোৰেৰে সেই অণ্ডক দুভাগ কৰি তাৰ ওপৰৰ ভাগত স্বৰ্লোক আকাশক, তলৰ ভাগত ভূবক পাতালৰ পানীত নিষ্পাদন কৰা বুলি ভাবিব; যেনে—তাত সপ্তদ্বীপা পৃথিৱীক, তাতে ইক্ষুসাগৰক চিন্তা কৰি, তাতে স্বৰ্ণদ্বীপ আছে বুলি ভাবি লৈ, তাৰ মাজত ৰত্নমণ্ডপক থকা বুলি ভাবি, তাৰ মাজত ৰত্নপৰ্যঙ্ক থকা বুলি ভাবিব। তাত আকাশ গঙ্গাৰ পানীৰে শোভিত সদায় প্ৰসন্ন ৰক্তপদ্ম, স্বৰ্ণমালা অঙ্কিত সাত প্ৰকাৰ পাতালক ব্ৰহ্মভুবন স্পৰ্শী, সুবৰ্ণাচল কৰ্ণিকাক চিন্তা কৰি তাত থকা মহামায়াক ধ্যান কৰিব। যেনে, ৰবি-শশী কাণযুক্তা, কুঙ্কুম-পীত বৰণৰ, মণিকণকৰে বিচিত্ৰা, লোলজিহ্বা, ত্ৰিনেত্ৰা, অভয় আৰু বৰদামুদ্ৰা থকা দুহাত; অক্ষসূত্ৰ থকা হাতেৰে, যাৰ ওচৰত মানুহ, অসুৰ অৱনত, তেওঁ সিদ্ধ কামেশ্বৰী; অৰুণ কমলত স্থিতা, ৰক্তপদ্ম যাৰ আসন, নতুন তৰুণ শৰীৰা, মুক্তকেশী, সুহাৰা, বালৰৱিৰ বৰণৰ, ত্ৰিজগী তেওঁ সৰ্বকামেশ্বৰী; তেওঁ

বিপুলাবিভৱ দান কৰে, হাঁহি মুখৰ, সুকেশী, দাঁতবোৰ ডালিমগুটীয়া, জোনৰ উজ্জ্বল, মদনৰ দৰে ধুনীয়া, যোনিমুদ্রা, পবন আৰু আকাশত সত্তা, জ্বলি থকা অগ্নিৰ দেদীপ্যমানা, ধর্ম-অর্থদান কর্ত্রী আৰু সাধকৰ মনোবাঞ্ছা পূৰণকর্ত্রী দেৱী।'—এনেদৰে ধ্যান কৰি তেৱেঁই মই বুলি চিন্তা কৰি, ফট্ এই মন্ত্রেৰে নিজৰ মূৰত ফুল এপাহ দি প্রাণায়াম কৰিব। প্রণবেৰে ৬৪ বাৰ বায়ু পূৰণ কৰিব, তাৰে বত্রিশবাৰ কুম্ভক কৰিব আৰু যোলবাৰ জপেৰে বায়ুৰ ৰেচক কৰিব। তাৰ পাছত আম্ বুলি উচ্চাৰণ কৰি মুখ শুদ্ধি কৰি মাতৃকা-ঋষি আদিৰ ন্যাস কৰিব। এই মন্ত্রৰ ব্রহ্মা ঋষি, গায়ত্রী ছন্দ, মাতৃকা সৰস্বতী দেৱতা হলবীজ স্বৰ, শক্তি, অব্যক্ত, কীললিপিৰ ন্যাসত বিনিযুক্ত।

তাৰ পাছত কৰণ্যাসঃ ওঁ অম্ আদি অঙ্গুষ্ঠাদিলৈ নমস্কাৰ; এনেকৈ হৃদয়াদিতো নমস্কাৰ। তাৰ পাছত অং কং ৫ আং বাওঁ ভৰিত, ইং চং ঈং আঁঠুত; উং টং ৫ উং খাৰ গাঁঠিত; এং তং ৫ ঐং গুহ্যত; উ পং ৫ ঔং সোঁভৰিত; অং যং ১০ অং যং ১০ অং অঃ বস্তিত; তেনেকৈ অং কং ৫ আং দুবাহুত; ইং চং ৫ ঈং দুহাতত; উং টং ৫ ঊং দুই তপিনাত; এং তং ৫ ঐং নাভিত; ওঁং পং ৫ ঔং উদৰত; অং মং ১০ অং দুই স্তনত। তেনেকৈ অং কং ৫ আং মুখত; ইং চং ৫ ঈং চিবুকত; ঊং টং ৫ ঊং গালত; এং তং ৫ ঐং কর্ণ দুখনত; ওং পং ৫ ঔং কপালত; অং যং ১০ অং কক্ষত; তেনেকৈ অং কং ৫ আম্ ৰোমকূপত; ইং চং ৫ ঈং ব্রহ্মৰন্ধ্রত; উং টং ৫ ঊং গুদত; এং তং ৫ ঐং দুই জঙ্ঘাত; ওঁ পং ৫ ঔং নখবোৰত; অং যং ১০ অং পাদপার্শ্বত—এইদৰে বিন্যাস কৰি ঋষি আদিৰো বিন্যাস কৰিব; যেনে ঃ এই মন্ত্রৰ পৰমেষ্ঠী ঋষি, গায়ত্রী ছন্দ, ত্রিপুৰা দেৱতা, সর্বার্থ সাধনত ইয়াৰ বিনিয়োগ; কামবীজেৰে যড়্দীর্ঘডাক যড়ঙ্গক বিন্যাস কৰক। তাৰ পাছত শংখ স্থাপন কৰিব। যথা—

ওঁ নমঃ এই মন্ত্রেৰে মটিৰ ওপৰত চাৰিকোণীয়া মণ্ডলং কৰি ঐং হ্রীং শ্রীং এই মন্ত্রেৰে অর্ঘ্য পাত্র প্রক্ষালন কৰি তাত স্থাপন ওঁ হ্রীং হ্রৌং এই মন্ত্রেৰে গন্ধ-পুষ্পেৰে পূজা কৰি তাত গন্ধ আদি নিক্ষেপ কৰি তাৰ পানীত চন্দনেৰে চতুৰস্র মণ্ডল কৰি তিনিভাগ পানীৰে তাক ভৰাই আকৌ তাত গন্ধ-পুষ্প নিক্ষেপ কৰি মং বহ্নিমলৈ দশ কলাত্মলৈ নমস্কাৰ কৰি আধাৰত সম্যকভাৱে পূজা কৰি, অং অর্কমণ্ডল দ্বাদশকলাত্মলৈ নমস্কাৰ বুলি শংখত উং চন্দ্রমণ্ডল ষোড়শ মণ্ডললৈ বুলি নমস্কাৰ জনাই পানীত পূজা কৰি গঙ্গাক সম্বোধন কৰিলে অঙ্কুশ মুদ্রাৰে সূর্যমণ্ডলৰ পৰা তীর্থক আবাহন কৰি ধেন্বামৃতী কৰি মৎস্যৰে আচ্ছাদন কৰি মূল মন্ত্রক আঠবাৰ জপ কৰি পাদ্য, অর্ঘ্য, আচমনীয়, মধুপর্ক, পুনৰাচমনীয় পাত্রবোৰ সংপংক্তি আকাৰেৰে অর্ঘ্য পাত্রৰ দক্ষিণত সংস্থাপন কৰি, তেনেকৈ প্রোক্ষণীয় পাত্রকো সংস্থাপন কৰি, তাত অর্ঘ্যোদক অলপ দি সেই পানীৰে নিজক আৰু পূজাৰ উপকৰণবোৰক পানীৰে ছটিয়াই দ্বাৰপালসকলক

পূজা কৰিব; যথা উত্তৰত ঐং হ্ৰীং হ্ৰৌং নন্দীলৈ নমস্কাৰ, পূবত ঐং ২ ভৃঙ্গীক নমস্কাৰ, দক্ষিণত ঐং ২ মহাকালক নমস্কাৰ আৰু পশ্চিমতঐং ২ গং গণেশলৈ নমস্কাৰ বুলি মন্ত্ৰ মাতি তেওঁলোকৰ পূজা কৰিব। হাতৰ মুঠি মাৰি যোনিপীঠৰ ধ্যান কৰিব। যথা ঃ (অনুবাদ) ঃ

শুদ্ধ স্ফটিকৰ দৰে চাৰিকোণ, চাৰিধৃতি, আধাৰ শক্তিৰে বিহিত সূৰ্য-চন্দ্ৰৰ দৰে পীঠক; আগ্নেয় আদি কোণ চাৰিটাত ক্ৰমে অৱস্থিত ধৰ্ম, জ্ঞান, ঐশ্বৰ্য আৰু বৈৰাগ্যক নিতৌ পূৰ্ব আদি চাৰি দিশত থকা (দেৱাদিক), যেনে ক্ৰমে অধৰ্ম, অজ্ঞান, অনৈশ্বৰ্য আৰু অবৈৰাগ্য প্ৰভৃতি পাছত ধাৰণ কৰি সম্যকভাৱে ব্যৱস্থিত; তাৰ ওপৰত জেলৌধ, য'ত ব্ৰহ্মাণ্ড বৈ আছে; ব্ৰহ্মাণ্ডৰ অভ্যন্তৰত থকা পানীত কূৰ্ম ব্যৱস্থিত; সেই কূৰ্মৰ ওপৰত অনন্ত আছে; অনন্তৰ ওপৰত পৃথিৱী ব্যৱস্থিত; অনন্তৰ গাত লাগি আছে পাতাল। পৃথিৱীৰ মাজত থকা পদুমৰ দিক্ পত্ৰই হ'ল গিৰিকেশৰ। তাৰ আঠোটা দিশত আঠজন দিকপালে স্বৰ্গৰ মাজত ব্যৱস্থিত হৈ আছে। কৰ্ণিকাত ব্ৰহ্মালোক, তপোলোক আদি। তাৰ তলত স্বৰ্গত জ্যোতিসমূহ আৰু চতুৰ্বেদৰ অন্তৰত দেৱগণ আছে। সত্ব, ৰজঃ, তমঃ এই তিনিটা গুণ প্ৰকৃতিৰ পৰা সম্ভূত। এইবোৰ পদ্মৰ মাজত আছে। তাৰ ঊৰ্ধ্বৰো ঊৰ্ধ্বত আত্মতত্ত্ব। তাৰ তলতীয়া ছদন কেশৰৰ আগত ব্যৱস্থিত। তাৰ পাছত আছে ক্ৰমশঃ সূৰ্য, অগ্নি, চন্দ্ৰ আৰু বায়ুৰ মণ্ডলবোৰ। সাৰাসন যোগপীঠ, তাৰ পাছত সুখাসন, তাৰ পাছত আৰাধ্য আসন, তাৰো পাছত বিমলাসন নামে যোগপীঠ। তাৰ মাজত চৰাচৰাত্মক জগতৰ চিন্তা কৰিব; ব্ৰহ্মা, বিষ্ণু আৰু শিৱ তিনিভাগত বিভক্ত। পূজাৰ সময়ত আত্মাক চিন্তা কৰিব; যোগপীঠ মণ্ডল পদ্মৰ ওপৰত থকা অন্য পদ্মৰ উপৰি থাকে; সাৰা আদি আসনবোৰৰ কথাও চিন্তনীয়।।—এইদৰে ধ্যান কৰি পীঠৰ পূজা কৰিব। যথা—

ওঁ আধাৰ শক্তিলৈ নমস্কাৰ, এনেকৈ কূৰ্মলৈ, অনন্তলৈ, পৃথিৱীলৈ, ইক্ষু সমুদায়লৈ, ৰত্নদ্বীপলৈ, মণিমণ্ডপলৈ, ৰত্নপ্ৰাকাৰলৈ, কল্পবৃক্ষলৈ; তাৰ তলত ৰত্নবেদিকালৈ; তাৰ ওপৰত হেম পৰ্যংকলৈ, তাৰ অগ্নি আদি কোণত ধৰ্মলৈ, অগ্নিলৈ, জ্ঞানলৈ, নৈৰ্ঋতিলৈ, ঐশ্বৰ্যলৈ, বায়ুলৈ, বৈৰাগ্যলৈ, ঈশানলৈ; পূৰ্বাদি দিশত ক্ৰমে অধৰ্মলৈ, ইন্দ্ৰলৈ, অজ্ঞানলৈ, যমলৈ, অনৈশ্বৰ্যলৈ, বৰুণলৈ, অবৈৰাগ্যলৈ, কুবেৰলৈ; পাৰ্শ্ববোৰত সূৰ্যমণ্ডললৈ, অগ্নিমণ্ডললৈ, সোমণ্ডললৈ, বায়ুমণ্ডললৈ সংসত্ত্বলৈ, ৰং ৰজসলৈ, তং তমসলৈ; যোগপীঠলৈ, গুৰুৰ পাদুকালৈ, সাৰাসনলৈ, সুখাসনলৈ, আৰাধ্যাসনলৈ, বিমলাসনলৈ, সাঙ্গোপাঙ্গসকললৈ, ভদ্ৰপীঠলৈ, ব্ৰহ্মাণ্ডলৈ, স্বৰ্ণডিম্বলৈ, ব্ৰহ্মালৈ, বিষ্ণুলৈ, মহেশ্বৰলৈ, সাত সাগৰলৈ, সাত দ্বীপলৈ, স্বৰ্ণমণ্ডপলৈ, পৰ্যঙ্কসকললৈ, ৰক্তপদ্মলৈ; ৰক্তস্তম্ভলৈ; তাৰ মাজত আকৌ সদাশিৱ মহাপ্ৰেত পদ্মাসনলৈ নমস্কাৰ জনাব। হাতৰ মুঠিত আবদ্ধ

ৰক্ত পুষ্পলৈ হৃদয়ত যোগপীঠক ধ্যান কৰি তাৰ মাজত স্বৰ্ণদ্বীপৰ ভিতৰৰা স্বৰ্ণমণ্ডপত পৰ্যঙ্কত স্থিতা কামাখ্যাক ধ্যান কৰিব। ৰবি-শশিযুক্ত কৰ্ণ ইত্যাদিক ধ্যান কৰি একাগ্ৰ মনেৰে প্ৰত্যক্ষ কৰি হৃদয়ত ষোড়শ উপচাৰেৰে পূজা কৰি সম্ বুলি বায়ুবীজ উচ্চাৰণ কৰি দক্ষিণ নাকেৰে নিশ্বাস লৈ হ্ৰীম্ উচ্চাৰণ কৰি কামাখ্যা যোনিক আৰোপণ কৰি আবাহন কৰিব। হে কামাখ্যা যথাবৎ মোৰ ওচৰলৈ আহা, পূজা কৰ্মত ওচৰত থাকা, হে কামিনী। 'কামাখ্যাক জানিলৈ কামেশ্বৰী আৰাধনা কৰো, সেই কুব্জীয়ে আমাক অনুপ্ৰাণিত কৰক'—এনেদৰে আৱাহন কৰি ষোড়শ উপচাৰেৰে পূজা কৰিব; তাত আসন আদি আগবঢ়াই দি পানীৰে প্ৰথমতে মুখ ধুবলৈ দি, তিলেৰে উৰ্ধ্বতন কৰক; তাৰ পাছুত ৰক্তবস্ত্ৰেৰে মচি দি মূল মন্ত্ৰেৰে দধিক্ৰাবন্ অকাৰ্যম্' ইত্যাদিৰে সেই দ্ৰব্যমন্ত্ৰেৰে অথবা গায়ত্ৰীৰে মহাস্নানৰ ব্যৱস্থা কৰিব। প্ৰথমতে পানীৰে স্নান কৰাই তাৰ পাছত দহতোলা পৰিমাণৰ পঞ্চামৃতেৰে, তিল, মৌ, গৰম পানী, ফলোদক, কুশোদক, গন্ধোদক, ৰত্নোদক, পুষ্পোদক, বিল্বোদক, সপ্তপত্ৰোদক, ৰক্তপুষ্পোদক, স্বৰ্ণোদক, শংখোদক, তাম্ৰোদক, ঘণ্টোদক, অৰ্ঘ্যোদক আদিৰে পঞ্চগব্যেৰে, কুঁহিয়াৰৰ ৰসেৰে, ক্ষীৰেৰে, দধিৰে, দুৰ্বা আৰু অক্ষতেৰে, দ্ৰোণ, কৰবীৰ, উৎপল, কৰ্পূৰৰ পানী তথা শুদ্ধ জলেৰে স্নান কৰাব। এনেদৰে স্নান শেষ কৰি চন্দনে লেপন কৰি কটিসূত্ৰ পৰিধান কৰাই যজ্ঞসূত্ৰ দিব। তাৰ পাছত জবা, কৰবীৰ, পদুম, উৎপল, শেৱালি, তগৰ, অপৰাজিতা আদি ফুলেৰে সম্যকভাৱে পূজা সমাপন কৰি আৱৰণ পূজা কৰিব; ছয় কোণত ছয় অঙ্গৰ পূজা কৰিব; তাৰ পাছত অস্ত্ৰবোৰক পূজা কৰিব; যথা—

ওঁ অভয়লৈ নমস্কাৰ; এনেকৈ বৰলৈ, অক্ষমালালৈ; অক্ষসূত্ৰলৈ, বশিনীলৈ, সূৰ্যমণ্ডললৈ, দ্বাদশকলাত্মালৈ, চন্দ্ৰমণ্ডললৈ, যোড়শ কলাত্মালৈ, ৰক্তপদ্মলৈ, সদাশিৱ-প্ৰেতলৈ, লৌহিত্যলৈ, মনোভৱশীলালৈ বুলি এইবোৰক মাজতে পূজা কৰি; কাষত কৰাল ভৈৰৱলৈ, মাজত কামেশ্বৰীলৈ, ত্ৰিপুৰালৈ, সাৰদালৈ, মহোচ্ছ্বাসালৈ নমস্কাৰ কৰি যথোপচাৰেৰে পূজা কৰিব। তাৰ পাছত মণ্ডলৰ চাৰিওদিশত চৌষষ্ঠি যোগিনীক পূজা কৰিব; যথা—

ব্ৰহ্মাণীলৈ, চণ্ডিকালৈ, ৰৌদ্ৰীলৈ, গৌৰীলৈ, ইন্দ্ৰানীলৈ, কৌমাৰীলৈ, বৈষ্ণৱীলৈ, দুৰ্গালৈ, নাৰসিংহীলৈ, কালীকালৈ, চামুণ্ডালৈ, শিৱদূতীলৈ, বাৰাহীলৈ, কৌশিকীলৈ, মাহেশ্বৰীলৈ, শঙ্কৰীলৈ, জগণ্ডীলৈ, সৰ্বমঙ্গলালৈ, কালীলৈ, কপালিনীলৈ, মেধালৈ, শিৱালৈ, শাকম্ভৰীলৈ, ভীমালৈ, শান্তালৈ, ভ্ৰামৰীলৈ, ৰুদ্ৰানীলৈ, অম্বিকালৈ, ক্ষমালৈ, ধাত্ৰীলৈ, স্বাহালৈ, স্বধালৈ, অপৰ্ণালৈ, মহোদৰীলৈ, ঘোৰৰূপালৈ, মহাকালীলৈ, ভদ্ৰকালীলৈ, ভয়ঙ্কৰীলৈ, ক্ষেমঙ্কৰীলৈ, উগ্ৰচণ্ডালৈ, চণ্ডোগ্ৰালৈ, চণ্ডনায়িকালৈ, চণ্ডালৈ, চণ্ডৱতীলৈ, চণ্ডীলৈ, মহামহোগ্ৰালৈ, প্ৰিয়ঙ্কৰীলৈ, কলবিকৰিণীলৈ, বলবিকাৰণীলৈ,

বলপ্রমথিনীলৈ, মনোন্মথিনীলৈ, সৰ্বভূতদমনীলৈ, উমালৈ, তাৰালৈ, যোগানিদ্ৰালৈ, বিজয়ালৈ, জয়ালৈ, গুপ্ত কামাখ্যালৈ, শ্রীকামাখ্যালৈ, বিন্ধ্যবাসিনীলৈ, কোটিশ্বৰীলৈ, বনবাসিনীলৈ, পাদদুর্গালৈ, দীৰ্ঘেশ্বৰীলৈ, ভুবনেশ্বৰীলৈ, মনোভৱগুহালৈ নমস্কাৰ জনাই পূজা কৰা কৰ্তব্য।

তাৰ পাছত চাৰিওদিশে ইন্দ্ৰলৈ, আগ্নিলৈ, যমলৈ নৈৰ্ঋতিলৈ, বৰুণলৈ, বায়ুলৈ, কুবেৰলৈ, ঈশানলৈ, ব্ৰহ্মালৈ, অনন্তলৈ, সূৰ্যলৈ, সোমলৈ, মঙ্গললৈ, বুধলৈ, বৃহস্পতিলৈ, শুক্ৰলৈ, শনেশ্চৰলৈ, ৰাহুলৈ, কেতুলৈ; পূৰ্ব আদি চাৰিদ্বাৰত গণেশলৈ, নন্দীলৈ, হনুমানলৈ, ভৃঙ্গীলৈ আৰু মহাকাললৈ পূজা দি শক্তি অনুসৰি ছাগলী আদিৰ বলিদান কৰিব।

## বলিদান

নিজে পূবলৈ মুখ কৰি তৰুণ, সুন্দৰ, কলা, ক্ষুত আদি নোহোৱা বলিক (পশুক) আনি উত্তৰলৈ মুখ কৰাই নিজৰ বাওঁফালে ৰাখি সেন্দুৰ আদিৰে অলংকৃত কৰি বিশেষ অৰ্ঘ্য আৰু পানীৰে তথা তলৰ মন্ত্ৰেৰে তাৰ গাত ছটিয়াব ঃ

ওঁ বাৰাহী, যমুনা, গঙ্গা, কৰতোৱা, সৰস্বতী কাবেৰী, আৰু সৰস্বতী, সিন্ধু, ভৈৰব সাগৰ সকলোৱে অজস্নানৰ সময়ত সান্নিধ্যত থাকিব। ওঁ পশুপাশ বিনাশৰ বাবে, হেমকূটত থকা, পৰ, পৰমেষ্ঠিন, হুংকাৰ মূৰ্তিসকল (ইয়াত থাকিবহি।)

এনেকৈ বলিক স্নান কৰাই পূজা কৰিব ঃ ব্ৰহ্মৰন্ধ্ৰত ব্ৰহ্মালৈ নমস্কাৰ; নাকত মেদিনীলৈ, দুই কাণত আকাশলৈ, গ্ৰীবাত সৰ্বতোমুখলৈ, চকুত জ্যোতিসমূহলৈ, বদনত বিষ্ণুলৈ, ললাটত চন্দ্ৰলৈ, দক্ষিণ গালত শত্ৰলৈ, বাওঁ গালত অগ্নিলৈ, গ্ৰীবাত সমবৰ্ত্তিলৈ, কেশাগ্ৰত নিৰ্ঋতিলৈ, ভ্ৰূৰ মাজত প্ৰচেতসলৈ, নাকৰ গুৰিত শ্বসনলৈ, কান্ধত ধনেশ্বৰলৈ, হৃদয়ত সৰ্পৰাজেন্দ্ৰলৈ নমস্কাৰ জনাই পূজা কৰি, তাক নিৰীক্ষণ পাঠ কৰিব ঃ

হে ছাগলী তুমি বলিৰূপেৰে মোৰ ভাগ্যক্ৰমে উপস্থিত হৈছাহি। সেয়ে সৰ্বৰূপী, বলিৰূপী তোমাক প্ৰণাম জনাইছো। চণ্ডিকাক প্ৰীতি দান কৰিবলৈ, দাতাৰ আপদ নাশ কৰিবলৈ চামুণ্ডাৰ বলিৰূপে, হে বলি তোমাক নমস্কাৰ কৰিছো।

যজ্ঞৰ বাবে স্বয়ং স্বয়ম্ভু ব্ৰহ্মাই বলিবোৰ সৃষ্টি কৰিছে; সেয়ে যজ্ঞত অবধ্যকো বধ্য বুলি আঘাত কৰিম।

তাৰ পাছত ঐং হ্ৰীং শ্ৰীং এই মন্ত্ৰ উচ্চাৰণ কৰি বলিৰ মুৰত তিনিবাৰ পুষ্পাঞ্জলি দিব। শিব বুদ্ধিৰে সম্যকভাৱে পূজা কৰি বলিটোক উৎসৰ্গ কৰিব ঃ যথা—'ওঁ তৎ সৎ ইত্যাদিৰে অবচ্ছিন্ন শ্ৰীকামাখ্যাদেবীৰ সুপ্ৰীতিকামজনে অমুক নামৰ বলিটো ভগৱতী কামাখ্যাদেৱীলৈ বুলি মই আঘাত কৰিম।'—বুলি ক'ব শ্ৰীতত্ত্বচিন্তামণিত কোৱা আছে।

মনুষ্যৰে দেৱতাসকলে কোটি বছৰলৈ তৃপ্তি লাভ কৰে; ম'হেৰে চাৰি হাজাৰ বা

এশ শৰৎকাল তৃপ্তি লাভ কৰে; ছাগলীৰে বাৰ বছৰলৈ, কচ্ছপ বলিৰে তিনি পূৰ্ণ সম্বৎসৰ; গোধিকাৰ বলিৰে একাব্দ আৰু নিজৰ গাৰ শোণিতেৰে ছয় মাহ্ আৰু পায়সেৰে দেৱতাসকলে ছয় মাহলৈ তৃপ্তি লাভ কৰে।

তাৰ পাছত খড়্গৰ পূজা কৰিব।

'ওঁ কলা পিনাকপাণি, কালৰাত্রিস্বৰূপী, উগ্র, ৰক্তমুখ আৰু চকুৰে, ৰঙা চন্দন আৰু মালাৰে যুক্ত, ৰঙা কাপোৰ ধাৰণ কৰা, পাশহস্ত, কুটুম্বী, ৰুধিৰ পান কৰোতা আৰু কেঁচা মাংস ভোগ কৰি থাকোতা' (খড়্গক পূজা কৰিব)। ওপৰৰ মন্ত্রেৰে ধ্যান কৰি সম্যকৰূপে পূজা কৰি নমস্কাৰ জনাব ঃ

ওঁ অসিৰ্বিশসনঃ খড়্গতীক্ষ্ণধাৰো দুৰাসদঃ।
শ্রীগৰ্ভো বিজয়শ্চৈৱ ধৰ্মপাল নমোৎস্তুতে।।

হে বিশসন (বেকা) তীক্ষ্ণধাৰ থকা দুধৰ্ষ অসি, তুমি শ্রীগৰ্ভ আৰু বিজয় স্বৰূপ, হে ধৰ্মপাল, তোমাক নমস্কাৰ কৰি পুষ্পাঞ্জলি দি পাঠ কৰিব ঃ

'তুমি চণ্ডিকাৰ জিভা, সুৰলোকৰ প্রসাধক, হ্রীং হ্রীং কালী, বজেশ্বৰী, লৌহ দণ্ড, তোমাক নমস্কাৰ।'—খড়্গলৈ নমস্কাৰ বুলি পূজা কৰি ক'ব ঃ

ওঁ হ্রীং হ্রীং কালী কালী, বিকট দাঁত থকা (কালী), স্ফেং স্ফেং ফেট কাৰিণী, খোৱা খোৱা, সকলো দুষ্টক মাৰা মাৰা, ছাগলীক খড়্গেৰে কাটা ছিঙা, কিলি কিলি কিলি চিকি চিকি, ৰুধিৰ পান কৰা পান কৰা, স্ফৌ স্ফৌং চিকি চিকি কালী কালী (তোমাক) নমস্কাৰ বুলি খড়্গ তুলি লৈ ছেদন কৰোতাই পূবলৈ মুখ কৰি বালিটোক উত্তৰ মুখ কৰি লৈ আং হুং ফট্—এই মন্ত্রেৰে এবাৰ মাথোন প্রহাৰেৰে ছেদ কৰিব। তাৰ পাছত দেৱীৰ আগত শীৰ্ষ আদি স্থাপন কৰি শিৰৰ ওপৰত জ্বলা দীপ দি সোণৰ পাত্রত পানী সৈন্ধৱ শৰ্কৰা মধুগন্ধ পুষ্পান্বিত কৰি প্রথমতে ৰুধিৰ উৎসৰ্গ কৰিব। মাংসৰ সৈতে ৰুধিৰলৈ নমস্কাৰ তিনিবাৰ পূজা কৰিব; ওঁ ঐং হ্রীং শ্রীং কৌশিকী ৰুধিৰেৰে আপ্যায়িত হওক বুলি পানী দি অদ্য ইত্যাদি বচন মাতি অতিবৰ্ষ অৱচ্ছিন্ন কামাখ্যাদেৱীৰ সুপ্রীতি কামনা কৰাজনে এই মাংসৰ সৈতে ৰুধিৰ ভগৱীত কামাখ্যালৈ নমস্কাৰ বুলি সমাংসৰুধিৰ নিবেদন কৰি ৰুধিৰখিনি চাৰিভাগত ভগাই আগ্নেয় কোণত বিদাৰিকালৈ, নৈৰ্ঋত্য কোণত পাপৰাক্ষসীলৈ, বায়ব্য কোণত পৃতনালৈ আৰু ঐশান্য কোণত কালীকালৈ (দান কাৰব)। তাৰ পাছত অৱশিষ্ট বলিক চাৰিভাগ কৰি বটুক আদিক দান কৰিব ঃ যথা হ্রুং বাং বটুকলৈ নমস্কাৰ কৰি গন্ধ আদিৰে পূজা কৰি বায়ব্য দিশত বলি দিব; তেনেকৈ ঐশান্য কোণত হ্রুং সাং বুলি যোগিনীসকললৈ স্বাহা বুলি, নৈৰ্ঋতী কোণত হ্রুং ক্ষাং বুলি ক্ষেত্রপাললৈ নমস্কাৰ জনাব আৰু আগ্নেয় কোণত হ্রুং গাং গণপতিলৈ নমস্কাৰ কৰিব।

তাৰ পাছত প্ৰদীপ থকা কটা বলি উৎসৰ্গ কৰিব; প্ৰদীপসহ ছাগলী বলিলৈ নমস্কাৰ কৰি তিনিবাৰ পূজা কৰিব; অদ্য ইত্যাদিৰে অতিবৰ্ষ অৱচ্ছিন্ন কামাখ্যা দেৱীৰ প্ৰীতি কামনা কৰা লোকে এই সপ্ৰদীপ ছাগলীৰ মূৰ উৎসৰ্গ কৰিলো বুলি সেৱা জনাব। বহুত বলি পৰিলে অতি ছাগ পশুৰ সনানে দশবৰ্ষ অৱচ্ছিন্ন কামাখ্যা দেৱীৰ প্ৰীতি কামনা কৰোতাই ওপৰৰ মন্ত্ৰৰ দৰে মন্ত্ৰ মাতি সেৱা জনাব। এদিৰে বলিদান বিধি সমাপ্ত হ'ল।

তাৰ পাছত মূলমন্ত্ৰৰ এহেজাৰ আঠবাৰ বা এশ আঠবাৰ জপ কৰি দেৱীৰ স্তুতি পাঠ কৰিব ঃ— (তাৰ অৰ্থ তুলি ধৰা হ'ল) ঃ

জয় কামেশি, জয় চামুণ্ড, ভূতাপ হাৰিণি, জয় সৰ্বগতা দেৱী কামেশ্বৰী, তোমাক নমস্কাৰ ঃ

হে বিশ্বমূৰ্তি, শুভে, শুদ্ধে, বিৰূপাক্ষি, ত্ৰিলোচনে, ভীমৰূপে, শিৱে, বিদ্যে, কামেশ্বৰী তোমাক নমস্কাৰ;

হে মনোজৱে, তোমাৰ জয় হওক, তুমি জম্ভা, ভূতেক্ষি, ক্ষুধিতে, অক্ষয়ে, মহামায়ে, মহেশিণি, কামেশ্বৰী তোমাক নমস্কাৰ।

হে চামুণ্ডে, কালী, মহাকালী, কপালহাৰিণী, পাশহস্তে, দণ্ডহস্তে, কামেশ্বৰী তোমাক নমস্কাৰ;

হে চামুণ্ডে, কুলমালাস্যে, তীক্ষ্ণদ্ৰংষ্ট্ৰে, মহাবলে, শৱস্থানত স্থিতে, কামেশ্বৰী তোমাক নমস্কাৰ ;

হে ভীমাক্ষি, ভীষণে, দেৱী, সৰ্বভূত ক্ষয়ঙ্কৰি, কৰালি, বিকৰালি, কামেশ্বৰী তোমাক নমস্কাৰ ;

হে কালী, কৰালি, বিক্ৰান্তে, কামেশ্বৰী, হৰপ্ৰিয়ে, সৰ্বশস্ত্ৰভূতে দেৱী কামেশ্বৰী তোমাক নমস্কাৰ।

হে কামৰূপ প্ৰদীপে আৰু নীলকূটনিবাসিনী, নিশুম্ভশুম্ভ মথেনে কামেশ্বৰী তোমাক নমস্কাৰ।

হে কামাখ্যে, কামৰূপস্থে, কামেশ্বৰী, হৰিপ্ৰিয়ে, মোক কাম্য বস্তু দিয়া, হে কামেশ্বৰী তোমাক নমস্কাৰ।

ৰুধিৰ, সুৰাদি পানকৰ্ত্ৰি বদনে ভুৱনেশ্বৰী, মহিষাসুৰবধকৰ্ত্ৰি দেৱী কামেশ্বৰী তোমাক নমস্কাৰ।

হে ছাগতুষ্টে, মহাভীমে, কামাখ্যে, সুৰবন্দিতে; কামপ্ৰদেতুষ্টে তোমাৰ জয় হওক, হে কামেশ্বৰী তোমাক নমস্কাৰ।

যিজন ৰজা ৰাজ্যভ্ৰষ্ট হয়, তেওঁ নৱমীত শুদ্ধাচাৰ কৰিব, অষ্টমীত আৰু চতুৰ্দশীত

সেই নৰোত্তমে উপবাসে থাকিব। তাকে কৰিলে বছৰৰ ভিতৰতে ৰজাজনে নিষ্কণ্টক ৰাজ্য লাভ কৰিব। তোমাৰ স্তুতি যি ভক্তই ভক্তিৰে শুনিব, তোমাৰ পৰা উদ্ভুত স্তুতিৰ ফলত সকলো পাপৰ মুক্ত হৈ পৰম নিৰ্বাণ লাভ কৰিব।

হে শ্ৰীকামৰূপেশ্বৰী ভাস্কৰ প্ৰভে, প্ৰফুল্লিত পঙ্কজৰ সদৃশ মুখী, অসুৰঘাতিনী, ত্ৰয়ীময়ে দেবনুতে তোমাক নমস্কাৰ কৰিছো।

হে সিতোসিতে ৰক্তপিশঙ্গবিগ্ৰহে যাৰ ৰূপে তপস্বীৰ তপস্যাস্বৰূপ; তেওঁ শুম্ভ নিশুম্ভইঁতৰ বিকাৰৰূপা আৰু বিকল্পিতা তেওঁক নমস্কাৰ কৰিছো।

হে কামৰূপৰ সমুৎভূতা, কামপীঠৰ কুণ্ডলস্বৰূপা, বিশ্বৰ আধাৰস্বৰূপা, মহামায়ে, কামেশ্বৰী তোমাক নমস্কাৰ।

হে অব্যক্ত বিগ্ৰহে, সান্তে, সন্ততে, কামৰূপিণী, জ্ঞানগম্যে, পৰে, শান্তে, কামেশ্বৰী তোমাক নমস্কাৰ।

যি সুযুম্নাদি নাড়ীৰ অন্তৰালত থাকে, চিত্তা, চিন্তাতীত ৰূপিণী, সেই পৰা অম্বাক প্ৰণত হৈ সেৱা কৰিছো হে কামেশ্বৰী। দংষ্ট্ৰাকৰাল বদনে, মুণ্ডমালাৰে অতিশোভিতে, সকলোফালে যি যায় সেই দেৱী কামেশ্বৰীক নমস্কাৰ কৰিছো।

এইদৰে স্তুতি কৰি প্ৰণাম জনাই প্ৰাৰ্থনা কৰিব ঃ—

হে দেৱী, ভক্তি মাত্ৰেৰে ফুল, ফল, পত্ৰ, জল দিয়া হৈছে. যি আবেদিত হৈছে, যি নৈবেদ্য দিয়া হৈছে তাকে গ্ৰহণ কৰিববলৈ অনুকম্পা দেখুৱাওক। মই আৱাহন নাজানো, বিসৰ্জনো মই নাজানো, পূজা ভাগৰ কথাও নাজানো, হে পৰমেশ্বৰী তুমিয়েই মোৰ গতি। কৰ্ম, মন আৰু বাক্যৰে তোমাত ভিন্ন মোৰ গতি নাই, প্ৰাণীসকলৰ অন্তঃশ্চৰ তুমিয়েই হে দ্ৰংষ্টী, হে পৰমেশ্বৰী; হে নাথে হেজাৰ হেজাৰ যোনিত য'ত য'ত মই যাওঁ, সেই সেই জনমত সদায় যেন তোমাতেই মোৰ অচ্যুতা ভক্তি থাকে।

হে দেৱী, তুমিয়েই দাত্ৰী, তুমিয়েই ভোকৰ্ত্ৰী, তুমিয়েই সকলো জগৎ, দেৱী তুমিয়েই জয় কৰা সকলোতে, তুমিয়েই সাহস, যি আখৰ পৰিভ্ৰষ্ট হয়, য'ত য'ত মাত্ৰাহীন হয়, তুমি সেইবোৰ ত্ৰুটি যে ক্ষমা কৰা ; হে দেৱী কাৰণো বুদ্ধি স্খলিত নহয়?

এইদৰে প্ৰাৰ্থনা কৰি 'হে দেৱী কামাখ্যে মোক ক্ষমা কৰা বুলি যোনিমুদ্ৰাৰে, হে দেৱী, হে পৰমেশ্বৰী তোমাৰ পৰম স্থান, স্বস্থানলৈ যোৱা, যি স্থানৰ কথা, পৰমপদৰ কথা ব্ৰহ্মাদি দেৱতায়ো নাজানে।

এইদৰে দেৱীক বিসৰ্জন দি এই মন্ত্ৰেৰে পূৰক বায়ুৰে দেৱীক স্বহৃদয়লৈ আনি ধ্যান কৰি 'দেৱী তুমি তোমাৰ সেই স্বস্থানত, পৰম স্থান থাকা; মোৰ যি হৃদয়ত ব্ৰহ্মাদি সকলো দেৱতাই বিৰাজ কৰে। এইদৰে প্ৰণাম কৰি চণ্ডেশ্বৰীলৈ নমস্কাৰ জনাই ঐশান্য কোণত নিৰ্মালি বাসিনীক যজন কৰিব। তাৰ পাছত নিজৰ মুৰত নিৰ্মালি গ্ৰহণ কৰিব।

তাৰ পাছত হ্ৰীং হং সঃ—এই মন্ত্ৰেৰে সূৰ্যলৈ অৰ্ঘ্য দান কৰিব আৰু যজ্ঞশ্চিদ্ৰ, জপশ্চিদ্ৰ, পূজাকৰণত হোৱা যি ছিদ্ৰ ওলাই সেই সকলো ছিদ্ৰ ভাস্কৰৰ প্ৰসাদত অছিদ্ৰ হওক বুলি কৃতাঞ্জলিৰে পাঠ কৰিব। তাৰ পাছত দেৱীবীজেৰে সকলো উপকৰণৰ ওপৰত অৱলোকন কৰিব।

## ইতি কামাখ্যা পূজা সমাপ্ত।

তাৰ পাছত হনুমানৰ উত্তৰলৈ এবৈকশ ধনু পৰিমাণৰ মুক্তি মণ্ডপিকালৈ গৈ সপ্তশতিকা স্তোত্ৰ (সপ্তশতী চণ্ডী বা দেৱী মাহাত্ম্য স্তোত্ৰ) আৰু দেৱীসূক্ত পাঠ কৰি 'সৰ্ব দেবেশি, ভক্তসকলৰ ভয় হৰিণি তোমাক নমস্কাৰ। তুমি, হে পৰমেশ্বৰী সংসাৰ সাগৰত মগ্ন মোক পৰিত্ৰাণ কৰা।'

এনেকৈ দেৱীক প্ৰসন্ন কৰি কামাখ্যাৰ পূবত যোনিৰূপা ললিতা, লক্ষ্মী আৰু মাতঙ্গী সৰস্বতী—দুয়োৰে ওচৰলৈ গৈ অদ্য ইত্যাদি বচন মাতি সকলো সমৃদ্ধি কামনা কৰা লোকে ললিতা, লক্ষ্মী আৰু মাতঙ্গী সৰস্বতীৰ পূজা মই কৰিম বুলি সংকল্প লৈ শ্ৰীবীজত উক্ত পটল ক্ৰমে তেওঁলোকৰ পূজা কৰিব। সেইটো পাণ্ডুনাথ যাত্ৰাত বিচাৰ কৰিব।

## এতিয়া সৰস্বতী পূজা

জ্ঞানাত্মনলৈ নমঃ বুলি তেতিয়া সামান্য অৰ্ঘ্য দান কৰি বিন্যাস কৰি পীঠশক্তিৰ ন্যাস কৰিব—

মেধালৈ, প্ৰজ্ঞালৈ, বিদ্যালৈ, ধীলৈ, ধৃতিলৈ, স্থিতিলৈ, বুদ্ধিলৈ (বুলি মন্ত্ৰ মাতিব); তাৰ পাছত মাজত বিদ্যেশ্বৰীলৈ বুলি তদুপৰি বৰ্ণাসনলৈ নমস্কাৰ কৰিব। তাৰ পাছত 'এই মন্ত্ৰৰ কণ্ব ঋষি, বিৰাট ছন্দ, সৰস্বতী দেৱতা, মাতৃকাবৎ ষড়াঙ্গবোৰ—বুলি ন্যাস কৰিব। তাৰ ধ্যান কৰিব ঃ—

'তৰুণসকল ইন্দুক পোহৰ কৰি শুভ্ৰকান্তি, গুণৰ ভৰত অৱনমিতাঙ্গী, বগা পদুমত আসন্না নিজৰ কৰ-কমলত লেখা, পুস্তক শ্ৰীলৈ সকল বিভৱৰ সিদ্ধিৰ বাবে বাগ্দেৱীয়ে আমাক ৰক্ষা কৰিব' বুলি ধ্যান কৰি, সম্যকৰূপে পূজা কৰি কেশৰবোৰত ছঅঙ্গবোৰ, দলবোৰত যোগাদিলৈ, দলৰ আগত ব্ৰাহ্মী আদিলৈ, তাৰ বাহিৰত ইন্দ্ৰাদি, বজ্ৰাদিক পূজা কৰক।।

তাৰ পাছত নীলশৈলৰ নৈৰ্ঋতী কোণত পাদদুৰ্গালৈ যাব। তাত 'পুৰণিকালত শক্ৰাদিৰ দ্বাৰা মহিষাসুৰ নাশ কৰিবলৈ আৰাধিতা সিদ্ধিৰ বাবে পাদোপশোভিতা দেৱীক নমস্কাৰ কৰো বুলি প্ৰণাম জনাই 'মহিষাসুৰ মৰ্দিনী, দশভুজা, কাত্যায়নী, সুপ্ৰসন্না, তুষ্টিদাতৃ, মহাদেৱীক মই নমস্কাৰ কৰো' বুলি স্তুতি কৰি; জ্ঞানাত্মলৈ নমস্কাৰ কৰি

সামান্য অৰ্ঘ্য আদি দি শেষত বিন্যাস কৰি হৃৎপদ্মৰ পূৰ্ব আদি কেশৰত পীঠশক্তিৰ ন্যাস কৰিব; যথা—আং প্ৰভালৈ, ঈং মায়ালৈ, ঊং জয়ালৈ, এং সূক্ষ্মালৈ, ঐং বিশুদ্ধালৈ, ওং নন্দিনীলৈ, ঔং সুপ্ৰভালৈ, অং বিজয়ালৈ, অঃ সৰ্বসিদ্ধিদালৈ, তদুপৰি বজ্ৰনখ-দাঁত যাৰ অস্ত্ৰ তেওঁলৈ, মহাসিংহলৈ হুং ফট্ বুলি নমস্কাৰ কৰি বিন্যাস কৰি ঋষি আদিৰ ন্যাস কৰিব।

নাৰদ ঋষি, গায়ত্ৰী ছন্দ, জয়দুৰ্গা দেৱতা বুলি দুৰ্গা হৃদয়ালৈ, এনেকৈ দুৰ্গে শিৰলৈ, দুৰ্গালৈ, শিখালৈ, ভূতৰূপিনী কবচালৈ, দুৰ্গে দুৰ্গে ৰক্ষিণী নেত্ৰাত্ৰয়ালৈ, দুৰ্গে দুৰ্গে ৰক্ষিণী অস্ত্ৰালৈ বুলি (মন্ত্ৰ মাতি); তাৰ পাছত জটা-জুটা ইত্যাদিৰে ধ্যান আৰু পূজা কৰিব। তাত পঞ্চমূৰ্তি পূজাত ক'ব লাগিব। তাৰ পাছত আৱৰণ পূজা হ'ব কেশৰবোৰত, ছয় অঙ্গৰ; পাতবোৰত জয়াদিলৈ; তাৰ বাহিৰত শঙ্খ আদি অস্ত্ৰৰ; তাৰ বাহিৰত ইন্দ্ৰাদি লোকপালৰ আৰু বজ্ৰাদি অস্ত্ৰৰ পূজা কৰক।

তাৰ পাছত চন্দ্ৰ আৰু সূৰ্যৰ ওচৰ চাপি প্ৰকাশকৰ্তা, বিষ্ণুৰূপী ৰবিলৈ নমস্কাৰ; ৰক্তবৰ্ণ গ্ৰহৰূপলৈ নমস্কাৰ।' বুলি মন্ত্ৰ মাতি সূৰ্যক প্ৰণাম কৰিব; ইয়াৰ পাছত 'জগৎপ্ৰকাশক, বিষ্ণুৰূপী বিধুলৈ নমস্কাৰ; শুক্ল বৰ্ণ গ্ৰহৰূপলৈ নমস্কাৰ' বুলি মন্ত্ৰেৰে চন্দ্ৰক প্ৰণাম জনাই ক্ৰমশঃ পূজা কৰক। পূজাৰ ক্ৰম চিত্ৰাচল যাত্ৰাত কোৱা হ'ব।

তাৰ পাছত গুৰুক অভ্যৰ্থনা কৰি, কুমাৰীক ভোজন কৰাই দেৱীমাহাত্ম্য আদি পাঠ কৰি ৰাতি জাগি থাকিব।

তাৰ পাছত দেৱীৰ পূবত ত্ৰিশ ধনু অন্তৰত কামেশ্বৰীৰ ওচৰলৈ গৈ তাৰ উত্তৰত বাৰহাত পৰিমাণৰ কামকুণ্ডত অদ্য ইত্যাদি বচন মাতি ৰুদ্ৰলোক পাবলৈ কামনা কৰা লোকে কামকুণ্ডত স্নান কৰি কামেশ্বৰৰ পূজা কৰিম বুলি সংকল্প লৈ কামবীজেৰে স্নান কৰি 'হে পাৰ্বতীৰ প্ৰীতিবৰ্ধক, কামনাৰ শেষ দান কৰোতা কামেশ্বৰ প্ৰভু তোমাক সেৱাহে' বুলি প্ৰণাম কৰিব। আৰু শৈৱপীঠৰ ওচৰত সামান্য অৰ্ঘ্য দি বিন্যাস কৰি, ঋষি আদিৰ ন্যাস এনেকৈ কৰক; যথা— এই মন্ত্ৰৰ চতুৰ্মুখ (ব্ৰহ্মা) ঋষি, গায়ত্ৰী ছন্দ, দক্ষিণ মূৰ্তি দেৱতা, ইষ্টাৰ্থ সাধনাত ইয়াৰ বিনিয়োগ। 'উং আং উং হৃদয় লৈ, উং ইং উং শিৰলৈ, উং উং উং শিখালৈ, উং ঐং উং কবচলৈ, উং ঔং উং নেত্ৰত্ৰয়লৈ আৰু উং অঃ উং অস্ত্ৰলৈ; তাৰ পাছত ধ্যান ল'ব ঃ (তাৰ অৰ্থ) ঃ

'চতুৰ্ভুজ, শূলহস্ত, খট্টাঙ্গ, বৰাভয়, পদ্মস্থ, সকলো পাপ প্ৰণাশ কৰা দেৱক পূজা কৰক।' —এনেকৈ ধ্যান কৰি সম্যকভাৱে পূজা কৰাৰ পাছত ঈশাণ আদি পাঁচ মূৰ্তিক, নিবৃত্তি আদি কলাক, কেশৰত ছয় অঙ্গ, বাহিৰত অনন্ত আদিক, বাহিৰত উমাকান্ত আদিক, তাৰ বাহিৰত বজ্ৰ আদিক পূজা কৰি প্ৰসন্ন কৰিব। তাৰ পাছত স্তুতিৰ অৰ্থ ঃ

শিৱ, অগ্নিলোচন, শিবাৰ্চিত কৃপাপৰ, স্বমায়াগহণ আশ্ৰয়, সৰ্ব, সিদ্ধ, পুৰাতন,

কাল, সম, কামকলাভগ, নিমগ্ন, অমলভূতিদা, শেষ, মহাৰ্ধক, শৰণ্য, গণ, ভীমগণৰ অনসুৰণকাৰী, নানাভুবনৰ আদিকৰ্তা শিৱলৈ বাৰম্বাৰ নমস্কাৰ। এনেদৰে স্তুতি কৰি প্ৰণাম জনাই বিসৰ্জন দিব।

তাৰ পাছত কম্বলৰ সাম্যমৈ গৈ আঠ ধনুৰ অন্তৰত কোটেশ্বৰী দেৱীৰ ওচৰলৈ গৈ ভদ্ৰলোক কামনা কৰা লোকে তেওঁৰ দৰ্শন আৰু স্পৰ্শন কৰিব।

'শুদ্ধা, পাপঘ্নী, কামৰূপিনী, কোটেশ্বৰী দেৱীক মুক্তি কামনা কৰি সেৱা কৰো; হে হৰপ্ৰিয়ে মোক তুমি মুক্তি দিয়া' বুলি প্ৰণাম জনাই পূজা কৰিব। যথা—এই মন্ত্ৰৰ পিপ্পলাদ ঋষি, নিবৃট্ ছন্দ, ধূমাৱতী দেৱতা, ইষ্টাৰ্থ সাধনত ইয়াৰ বিনিয়োগ। শিৰত পিপ্পলাদ ঋষিলৈ নমস্কাৰ, মুখত নিবৃট্ ছন্দলৈ নমস্কাৰ, হৃদয়ত ধূমাৱতী দেৱতালৈ নমস্কাৰ, ঘাং হৃদয়লৈ নমস্কাৰ আদি ছয় দীৰ্ঘভাক্ ছয় অঙ্গৰ বিন্যাস কৰি ধ্যান কৰক; যথা—

'বিবৰ্ণা, চঞ্চলা, দুষ্টা, দীৰ্ঘা আৰু মলিন বস্ত্ৰা, উদুলি-মুদুলি চুলিৰে, ৰুক্ষা, বিধৱা, বিৰলদ্বিজা, কাউৰী ধ্বজাত থকা ৰথত আৰুঢ়া, বিলম্বিত পয়োধৰা, খৰাহী হাতত লোৱা, অতি ৰুক্ষ চকুৰে কঁপা হাতেৰে, বৰান্বিতা, প্ৰকাণ্ড নাকেৰে, অতি কুটিল আৰু কুটিল চক্ষুৰে, ভোগ-পিয়াহেৰে আকুলা, সদায় ভয় খুউৱা আৰু কলহৰ সৃষ্টি কৰা'—বুলি দেৱীক ধ্যান কৰি, সম্যকভাৱে পূজা কৰি বিসৰ্জন দিয়ক। কিন্তু পুত্ৰাৰ্থীয়ে কেতিয়াও দেৱীক স্পৰ্শ নকৰিব।

**শ্ৰীকামৰূপ যাত্ৰা পদ্ধতিত পঞ্চম পটল সমাপ্ত।**

# ষষ্ঠ পটল

## দিক্কৰবাসিনী আদি যাত্ৰা

তাৰ পৰৱৰ্তী দিনত দিক্কৰ বাসিনীলৈ গৈ দেৱীৰ দক্ষিণত দুপাত কাঁড় ক্ষেপণৰ অন্তৰত ত্ৰিধাৰাত স্নান কৰক; সৰস্বতীৰ মাজত বিষ্ণুলোক প্ৰাপ্তি কামনা কৰোতাই, বৰুণাৰ দক্ষিণত মুক্তি কামনা কৰোতাই; উত্তৰ ফালে যমুনাত ঘোৰ নৰকৰ পৰা মুক্তি কামনা কৰা লোকে; ত্ৰিধাৰা সঙ্গমত আকাশগঙ্গাত মহাপাতক ক্ষয় কামনা কৰা লোকে সংকল্প লৈ, 'হে ভৱবন্ধন নাশকাৰিণী, সহস্ৰাক্ষি দেৱী তোমাক নমস্কাৰ; হে জাহ্নবি, নীলাচলবাসিনী দেৱী, হে ভদ্ৰে, মোৰ পাপ হৰণ কৰা।'—এই মন্ত্ৰেৰে স্নান কৰি মায়াবীজেৰে দেৱীক পূজা কৰিব।

তেওঁৰ কৌধেৰ দিশত অকণমান দূৰত শুকুলাকৃতিৰ বাসুদেৱৰ ওচৰলৈ গৈ সামান্য অৰ্ঘ্য আদি বৈষ্ণৱপীঠৰ ওচৰত বিন্যাস কৰি ঋষি আদিৰ ন্যাস কৰিব। এই মন্ত্ৰৰ প্ৰজাপতি ঋষি, গায়ত্ৰী ছন্দ, বাসুদেৱ দেৱতা ইষ্টাৰ্থ সাধনত বিনিযুক্ত। হৃদয়লৈ নমস্কাৰ, ভগৱানলৈ, শিৰলৈ, শিখালৈ, বাসুদেৱলৈ, কবচলৈ; তাৰ পাছত নমো ভগৱতে বাসুদেৱায় অস্ত্ৰায় ফট্ বুলি নমস্কাৰ জনায় তলৰ মন্ত্ৰেৰে ধ্যান কৰিব।

শৰতৰ চন্দ্ৰ কোটিসদৃশ, শংখ, ৰথাঙ্গ, গদা, পদ্ম ধাৰণ কৰোতা, বগা পদুমৰ দৰে কান্তিযুক্ত জগন্মোহন, কাণত কুণ্ডল আৰু মূৰত কিৰীটি পিন্ধা, হাতত কংকনযুক্ত, বুকুত শ্ৰীবৎসৰ অংক আৰু কৌস্তুভ ধাৰণ কৰোতা মুনিসকলৰ উপাস্য বিষ্ণুক মই বন্দনা কৰো।'—এনেকৈ ধ্যান কৰি, সম্যকভাৱে পূজা কৰি পদ্মৰ কেশৰত ছয় অঙ্গক, তাৰ বাহিৰত বাসুদেৱাদিক, তাৰ বাহিৰত শান্তি আদিক, তাৰো বাহিৰত কেশৱ আদি বাৰটা মূৰ্তিক, তাৰো বাহিৰত ইন্দ্ৰ আদি দেৱতাক, বজ্ৰাদি অস্ত্ৰক পূজা কৰিব। এইদৰে বাসুদেৱক পূজা কৰিব।

আকাশ গঙ্গাৰ দক্ষিণত পাঁচ ধেনু অন্তৰত মহাশ্মশানলৈ গৈ ত্ৰিখণ্ডা ভৈৰৱীৰ ওচৰ চাপি অদ্য ইত্যাদি বচন মাতি ৰুদ্ৰৰ অনুচৰ হ'বলৈ ইচ্ছা কৰা লোকে ত্ৰিখণ্ডতে ভৈৰৱ-ভৈৰৱী হেৰুকসকলক পূজা কৰিম বুলি সংকল্প লৈ 'উমাকান্ত, তোমাক নমস্কাৰ কৰিছো, মোক ঘোৰ সংকটৰ পৰা ত্ৰাণ কৰা বুলি ভৈৰৱক; 'ঐঙ্কাৰ বীজত আৰোহণ কৰ্ত্ৰী, আকাশত ভ্ৰমণশীলা, নিত্যা, পৰা, নিত্যানিত্য ফলপ্ৰদা দেৱীক বন্দনা কৰো' বুলি দেৱী ভৈৰৱীক; দেৱ-দানৱ যক্ষসকলৰ ঈশ্বৰ, শিৱৰূপী হেৰুকক, পূজ্য, শান্ত শিৱক মোৰ সিদ্ধাৰ্থৰ বাবে প্ৰণাম জনাওঁ' বুলি হেৰুকক নমস্কাৰ কৰি, 'প্ৰভাতী সূৰুযৰ দৰে

উজ্জ্বল, ওঠৰখন হাতেৰে জ্যোতিসম্পন্ন হৈ, ৰঙা চকুৰে, সদায় নায়িকাসকলক লগত লৈ কালীয়ে প্ৰচণ্ড মুখেৰে সদায় ক্ৰিয়াশীল হৈ সদ্য দগ্ধ হোৱা নৃমাংসভোজী, ডিণ্ডিত মুণ্ড মালা লৈ, ৰুক্তহাৰ ধ্বংস কৰি সদায় প্ৰেতাসনত বহি, শকত-আৱত মুখখনেৰে, দীঘল ওঁঠ দুটাৰে, চুটি আৰু শকত দুই পাদেৰে, বাদ্য বাদনেৰে লোকত অট্টহাস্য কৰা ভৈৰৱ'ক দ্যান কৰি হংসমন্ত্ৰেৰে (ভৈৰৱক) পূজা কৰাৰ পাছত ভৈৰৱীক পূজা কৰিব। যথা—

জ্ঞানাত্মালৈ নমস্কাৰ কৰি সামান্য অৰ্ঘ্য দান কৰি বিন্যাস কৰি হৃৎপদ্মৰ পূৰ্বাদি কেশৰত ইচ্ছালৈ, জ্ঞানালৈ, ক্ৰিয়ালৈ, কামানীলৈ, কামনাদায়ীলৈ, ৰতিলৈ, ৰতিপ্ৰিয়ালৈ, নন্দালৈ, মনোন্মনীলৈ; তদুপৰি ঐং পৰালৈ, অপৰালৈ, পৰাপৰালৈ বুলি সদাশিৱ মহাপ্ৰেত পদ্মাসনলৈ নমস্কাৰ জনাই উঠি ঋষি আদিৰ ন্যাস কৰিব ঃ 'এই মন্ত্ৰৰ দক্ষিণা মূৰ্তি ঋষি, পংক্তি ছন্দ, ত্ৰিপুৰা ভৈৰবী দেৱতা, ইষ্টাৰ্থ সাধনত বিনিযুক্ত। ষড়্‌দীৰ্ঘভাক প্ৰথম কূটত ছয় অঙ্গসমূহ। তাৰ পাছত ধ্যান ঃ

'চতুৰ্ভুজা ৰক্তবৰ্ণা, ৰক্তবসন পৰিহিতা, দক্ষিণাৰ্ধত মালা থকা আৰু তাম্ৰৰ হাতত উত্তম গ্ৰন্থ লৈ থকা, বাওঁহাতত অভয় আৰু বৰদা মুদ্ৰাৰে, হেজাৰটা সূৰ্যৰ দৰে উজ্জ্বল, ত্ৰিনেত্ৰা, গজগামিনী, পীন আৰু উন্নতা স্তনযুক্ত, সিতপ্ৰেতাসনত উপাবিষ্টা, হাঁহি মুখৰে প্ৰসন্না, সকলো অলংকাৰেৰে বিভূষিতা শিৰ, গ্ৰীবা আৰু কঁকালত ত্ৰিনিডাল মুণ্ডমালা পিন্ধি, সত্ত্ব-ৰজ-তমো তিনি গুণেৰে অন্বিতা, মদিৰাৰে প্ৰভাৱিত চকুৰে, ৰক্তদন্তা—এনে ৰূপাবয়বৰ বৰদা ত্ৰিপুৰভৈৰৱী দেৱীক চিন্তা কৰক।'—

এনেকৈ ত্ৰিপুৰ ভৈৰৱীক ধ্যান কৰি পঞ্চকূটাত্মিকা বিদ্যাৰে সম্যক পূজা কৰি বাওঁ আৰু সোঁ দুয়ো কাষত ৰতি-প্ৰীতিৰে আগত মনোভৱালৈ, কেশৰবোৰত অঙ্গবোৰক, বাহিৰত বান দেৱতাসকলক আঠ যোনিত ভগ আদিক পত্ৰবোৰত ব্ৰাহ্মী আদিৰে সৈতে অসিত অঙ্গাদি ভৈৰৱসকলক, বাহিৰত ইন্দ্ৰাদি দেৱতা আৰু বজ্ৰাদি অস্ত্ৰক পূজা কৰক। এইদৰে ভৈৰৱীক পূজা কৰি বেৰুকক পূজা কৰকঃ যথা—

'হেৰুক নামেৰে শ্মশান, ৰক্তবৰ্ণ ভয়ঙ্কৰ, অসি চৰ্মধৰ, ৰৌদ্ৰ, মনুজামিষ দেৱতাক ধ্যান কৰি হংসমন্ত্ৰেৰে হেৰুকক পূজা কৰিব।

এনেদৰে ক্ৰমশঃ মৎস্য, মাংস আদি নানাবিধ বলিদান আৱশ্যক অনুসৰি কৰক। তাৰ পাছত তেওঁৰ পূৰ্বোত্তৰত নৱ দুৰ্গাৰ ওচৰলৈ গৈ কল্প কাল পৰ্যন্ত স্বৰ্গলোকত বাস কৰিবলৈ কাম কৰা লোকে সংকল্প লৈ দশাক্ষৰী জয়দুৰ্গা মন্ত্ৰ ক্ৰমে পূজা কৰিব। তাৰ ধ্যান, যথা—

'কালাভ্ৰৰ দৰে কটাক্ষৰে শত্ৰুকুলক ভয় খুওৱা, মুকুটৰ ইন্দুৰেখা, শঙ্খ, চক্ৰ, কৃপাণ, ত্ৰিশিখক হাতেৰে বহন কৰা ত্ৰিণেত্ৰাক, সিংহৰ কান্ধত আৰুঢ়, ত্ৰিভুবনক অখিল তেজেৰে পূৰণ কৰা, জয়া নামেৰে, দেৱতাসকলেৰে পৰিবৃতা, সিদ্ধি আৰু কামেৰে

সেৱিতা', দেৱীক ধ্যান কৰি পাদ দুৰ্গাৰ দৰে সম্যকভাৱে পূজা কৰিব। তাত জালেশ্বৰী লিঙ্গ ৰূপাক মদ্য আৰু মাংসৰে পূজা কৰিব।

তাৰ পৰা এশ ধনু অন্তৰত পশ্চিমত বায়ু ভাগত বামোন্নত মধ্যনিম্ন, ৰক্ত পাষাণৰূপিণী তাৰাৰ ওচৰলৈ গৈ জ্যোতিষ্টোমৰ ফল পাবলৈ কামনা কৰা লোকে তাৰাক পূজা কৰক; তাৰ বিষয়ে দিক্‌পালাদিৰ যাত্ৰাত কোৱা হ'ব। তাৰা দেৱীৰ দক্ষিণত পাঁচ ধনু অন্তৰত কামাখ্যাদেৱীৰ পূব দুৱাৰত থকা সিদ্ধি গণেশ আৰু পশ্চিম দিশত অৱস্থিত অগ্নি বেতালৰ ওচৰলৈ গৈ 'বিকট দেৱ, শিৱৰূপী, পথস্থ, ভগ্নকায়, সৰ্বাসিদ্ধিপ্ৰদ বেতালক প্ৰণাম কৰো' বুলি প্ৰণাম জনাই—

'দুইহতীয়া, পীনমুখ থকা, ৰক্তচক্ষু, ভয়ঙ্কৰ, দক্ষিণ হাতত ছুৰিকা, বাম হাতত ৰক্তপাত্ৰ লোৱা, কৰাল দাঁত থকা, ক্ষীণ ধমনি ওলাই পৰা, মূৰত দীঘল জটা থকা আৰু ঘোৰ শব্দ কৰোতা' বেতালৰ ধ্যান আৰু পূজা কৰিব।

মূষিকস্থং বৃহৎকৰ্ণং সৰ্ববিঘ্নবিনাশনম্।
পথিস্থিতং চাদ্যপূজ্যং বন্দেৎহং গণনায়কম্।।

(এন্দুৰত উঠা ডাঙৰ কাণৰ, সকলো বিঘিনি বিনাশ কৰোতা, পথত থকা আজি পূজনীয় গণনায়কক মই বন্দনা কৰো) বুলি মন্ত্ৰ পঢ়ি সিদ্ধিগণেশক প্ৰণাম জনাই, অদ্য ইত্যাদি বচন মাতি সকলো বিঘিনি প্ৰশমন কৰিবলৈ কামনা কৰা লোকে সিদ্ধি গণেশক মই পূজা কৰিম বুলি সংকল্প লৈ সামান্য অৰ্ঘ্য ইত্যাদি গণেশ মন্ত্ৰেৰে ক্ৰমে ঋষি আদিৰ ন্যাসকে অন্ত কৰি কৰ্ম কৰি ধ্যান কৰক ঃ

'তেওঁৰ ৰূপৰ কথা ক'ম, যিজন গজবক্ৰ, ত্ৰিলোচন, লম্বোদৰ, যাৰ গাত যজ্ঞোপবিত বৈ পৰিছে, ডলাৰ দৰে যাৰ কাণ আছে, বৃহৎ শুঁৰ থকা, এক দঁতীয়, বহল উদৰৰ, সোঁ হাতত যাৰ দাঁত আছে, বাওঁ হাতত আছে উৎপল, বামাদিত লাডু আৰু পৰশু, বৃহৎ হোৱা বাবে আকাশত ক্ষিপ্ত, পীন কান্ধ আৰু হাতেৰে, বুদ্ধি আৰু কুবুদ্ধি যাৰ তলতীয়া আৰু মূষিক যাৰ বাহন।' সেই গণেশৰ ধ্যান কৰি গঙ্ ওঁ উল্কামুখলৈ ইত্যাদি মন্ত্ৰেৰে গণাধিপসকলক পূজা কৰিব; তাৰ বাহিৰত অঙ্গসকলক, তাৰো বাহিৰত বক্ৰতুণ্ডাদিক, তাৰো বাহিৰত ব্ৰাহ্মী আদিক, তাৰো বহিৰ্ভাগত ইন্দ্ৰাদি দেৱতাক আৰু বজ্ৰাদি অস্ত্ৰৰ পূজা কৰিব।

গণেশৰ পশ্চিমত আঠ হাত পৰিমাণৰ শিলাৰূপ শুক্লবৰ্ণ নন্দীশ্বৰৰ ওচৰলৈ গৈ জ্ঞানাত্মলৈ নমস্কাৰ কৰি সামান্য অৰ্ঘ্য আদি দি বিন্যাস কৰি হৃৎপদ্মৰ পূৰ্বৰ পৰা আৰম্ভ কৰি কেশৰবোৰত জয়ালৈ, বিজয়ালৈ, অজিতালৈ, অপৰাজিতালৈ, নিত্যালৈ, বিলাসিনীলৈ, অঘোৰালৈ; মাজতে—মঙ্গলালৈ; তাৰ ওপৰত ক্ষং হুং হুং বজ্ৰদেহ গুলু গুলু হিং গুলু গুলু, গৰ্জ গৰ্জ, হুং হুং ক্ষাং পঞ্চাননলৈ নমস্কাৰ কৰিব।

তাৰ ঋষি আদিৰ ন্যাস। অৰ্জুন ঋষি, বিৰাট্ ছন্দ, ত্বৰিতা দেৱতা, সমস্ত পুৰুষাৰ্থ

সিদ্ধিৰ বাবে বিনিয়োগ। চছে হৃদয়লৈ হ্রেক্ষ, শিৰলৈ ক্ষংস্ত্রী, শিখালৈ স্ত্রীঙ্গুং, কবচলৈ হুংক্ষে, নেত্ৰতিনিটালৈ ক্ষে হ্রীং অস্ত্রলৈ বুলি মন্ত্র কৰা। তাৰ পাছত ধ্যান ঃ

'শ্যামা, ময়ূৰৰ পাখি যাৰ কপালত আছে, যাৰ শৰীৰত পৰ্ণাংশুক আবদ্ধ, কঁকালত যাৰ হাৰ আছে, পয়োধৰৰ ওপৰত যাৰ আঠ অহি (সাপ) আছে, যাৰ কাণত কাণফুল, হাতত অঙ্গদ, কঁকালত মেখেলাৰ শব্দই মঞ্জীৰতা লাভ কৰিছে, সেই কৈৰালী, বৰ্দ্ধা অভয় আদি মুদ্ৰা দেখুৱা ত্ৰিনেত্ৰা দেৱীক ভজনা কৰো।' এইৰূপে ধ্যান কৰি (হৃৎপদ্মৰ) কেশৰবোৰত চছে গায়ত্ৰীৰে হৃদয়লৈ নমস্কাৰ ইত্যাদি অঙ্গবোৰেৰে প্ৰণীতা গায়ত্ৰীক ছয় অঙ্গত সম্যকভাৱে পূজা কৰি দলবোৰত হুং কাৰ্যাদিলৈ, দুৱাৰৰ দুকাষত হেমবেত্ৰযুক্ত হস্তপদ্মৰে জয়া-বিজয়াৰে তাৰ বাহিৰত—

'ক'লা বৰ্বৰৰ মূৰত ক'লা লৰু লৈ বহন কৰি থকা জনক' ধ্যান কৰি কিংকৰৰ বাবে ৰক্ষা কৰা, ৰক্ষা কৰা, ত্বৰিতাজ্ঞা স্থিৰ হোৱা, হুং ফট্ এই মন্ত্ৰেৰে পূজা কৰিব।

কামেশ্বৰীৰ উত্তৰত অলপ বায়ুকোণৰ ফালে ঋণ মোচন তীৰ্থলৈ গৈ ঋণ তিনিটাৰ পৰা মুক্তি কামনা কৰি লোকে সেই স্থলদেৱতাক পূজা কৰিব বুলি সংকল্প লৈ—

ঋণৈৰ্গ্ৰস্তা নৰাঃ সৰ্বে ত্ৰিভিঃ কৰ্ম নিবন্ধনাৎ।
ঋণত্ৰয়ান্মাং পাহ্যাশু ঋণমোচন তে নমঃ।।

(তিনি কৰ্ম নিবন্ধনৰ বাবে সকলো মানুহ ঋণগ্ৰস্ত হয়, হে ঋণ মোচন তোমাক নমস্কাৰ, তুমি সেই তিনিটা ঋণৰ পৰা মোক বেগতে ৰক্ষা কৰা।)—এই বুলি স্নান কৰিব।

তাৰ পৰা উত্তৰত এপাট শৰ ক্ষেপণ কৰা দূৰত থকা অমৃত কুণ্ডলৈ গৈ ব্ৰহ্মালোক পাব খোজা জনে সংকল্প লৈ 'হে অমৃত নামে মহাকুণ্ড, তুমি সিদ্ধ দেৱতা আদিৰেও বন্দিত। হে অমৃত নিধি তুমি সকলো পাপৰ পৰা মোক পবিত্ৰ কৰিবা।'—বুলি স্নান কৰি কামেশ্বৰৰ দক্ষিণে গুপ্তদুৰ্গাৰ ওচৰলৈ গৈ গুপ্তপাপ ক্ষয় কৰিবলৈ কামনা কৰা লোকে গুপ্ত দুৰ্গাপূজা মই কৰিম বুলি সংকল্প লৈ পূজা কৰিব। যথা সামান্য অৰ্ঘ্য আদি জ্ঞানাত্মালৈ নমঃ বুলি শেষ কৰা মন্ত্ৰৰ বিন্যাস কৰি পদ্মৰ মাজত ৰতি আৰু কামলৈ নমস্কাৰ কৰি তাৰ ওপৰত বজ্ৰ বৈৰোচনী দিয়া দিয়া, গ্ৰহণ কৰা, গ্ৰহণ কৰা, স্বাহা, মোক সিদ্ধি দান দিয়া দিয়া, মোৰ শত্ৰুসকলক মাৰা মাৰা কৰালিকা হ্রুং ফট্ স্বাহা বুলি বিন্যাস কৰি ঋষি আদিৰ ন্যাস কৰক। এই মন্ত্ৰৰ ভৈৰৱ ঋষি, সম্ৰাট ছন্দ, ছিন্নমস্তা দেৱতা হুং হুং বীজং স্বাহা শক্তি অভীষ্টাৰ্থসিদ্ধিত বিনয়োগ; শিৰত ভৈৰৱ ঋষিলৈ নমস্কাৰ, মুখত সম্ৰাট্ ছন্দলৈ নমস্কাৰ, হৃদয়ত ছিন্নমস্তা দেৱতালৈ নমস্কাৰ, গুহ্যত হুং হুং বীজলৈ নমস্কাৰ, দুই পাদত স্বাহা শক্তিলৈ নমস্কাৰ ; তাৰ পাছত কৰাঙ্গন্যাসত ওঁ

আং খড়্গলৈ, হৃদয়লৈ স্বাহা, কনিষ্ঠা দুয়োলৈ ওঁ হুং সুখঙ্গলৈ শিৰলৈ স্বাহা, অনামিকা দুয়োলৈ ওঁ উং সুবজ্র শিখালৈ স্বাহা, মধমা দুটালৈ ঔং ঐং পাশ কবচলৈ স্বাহা, তর্জনী দুটালৈ অংকুশ নেত্রত্রয়লৈ স্বাহা, অঙ্গুষ্ঠ দুটালৈ অং অঃ সুৰক্ষা, অসুৰক্ষা লৈ ফট্ ইতি কৰতলৰ পৃষ্ঠ দুটালৈ আৰু হৃদয় আদিত তাৰ পাছত ধ্যান কৰিব।

ভক্ষিকা অৱস্থাতে সদায় ছিন্নশিৰ আৰু কটাৰী হাতত লৈ থাকে, দিগ্‌বোৰেই যাৰ মুখ, নিজ কবন্ধৰ পৰা নিসৃত শোণিত সুধাধাৰক পান কৰি থাকে, যাৰ শিৰোমণি নাগেৰে আবদ্ধ, ত্রিনয়না, হৃদিক খেৰ-কুটা ব্যৱহাৰ কৰিছে; মনোভবাৰ ওপৰত দৃঢ়ভাৱে ৰতিত আসক্ত হৈ যি আছে, সেই জবাফুলৰ দৰে বৰণৰ তেওঁকেই ধ্যান কৰক, সোঁহাতত যাৰ অতিবগা বিমুক্ত শিখা, কটাৰী আৰু পাণপাত্র আছে, ৰজোগুণ ভবাই সেইবোৰ ধাৰণ কৰিছে; যিজনী নগ্না, দেৱীৰ ছিন্ন কবন্ধৰ পৰা বৈ পৰা তেজোধাৰাক যি পান কৰি আছে, নাগেৰে যাৰ শিৰোমণিক দেৱতাসকলৰ ধ্যানৰ যোগ্য, বমোঙ্গ যাৰ কৃষ্ণ তেওঁ তেনেকৈ বাওঁ হাতত খড়্গ, কটাৰী ধাৰণ কৰি আছে, যিজনীয়ে গৈ থকা অৱস্থাতো নিজ কবন্ধৰ পৰা নিসৃত তেজ পান কৰিছে; যিজনীয়ে প্রলয়ৰ সময়ত সমস্ত ভুবনক ভোগ কৰিবলৈ উদ্যত, সেই তামসী, শক্তিৰূপা, পৰাৎপৰা ভগৱতীৰ নাম পৰা ডাকিনী।'—এই দেৱীৰ ধ্যান কৰি আৰু সম্যবংভাৱে পূজা কৰি পাছত আৱৰণ পূজা কৰা উচিত। যথা ঃ

দেৱীৰ বাম আৰু দক্ষিণত ডাকিনী আৰু বৰ্ণিনীক নমস্কাৰ কৰিব; কেশৰত ছয় অঙ্গলৈ নমস্কাৰ, দক্ষিণ বামৰ মাজত শঙ্খ-পদ্মনিধিলৈ, পূব আদি দিশত লক্ষ্মী আদিলৈ, বিদিক্‌বোৰত ব্রাহ্মী আদিক, পূর্বাদি দলত কালাদিক্, পদ্মৰ মাজত হুং হুং ফট্ বুলি নমস্কাৰ কৰিব; দেৱীৰ দক্ষিণত সম্রাট ছন্দক, উত্তৰত সকলো বৰ্ণক, দক্ষিণত আকৌ বীজশক্তিক, পত্রৰ আগত ব্রহ্মাদিক আৰু চাৰি দুৱাৰত কৰাল আদিক নমস্কাৰ কৰি (আৱৰণ পূজা কৰিব)।

তাৰ পাছত 'যোনি মুদ্রাৰ সমান আৰুঢ়া, প্রদীপৰ কলিকাৰ দৰে জ্বলি থকা, কৃষ্ণপক্ষৰ চন্দ্রৰ দৰে ক্রমশ ক্ষীণাই যোৱা' এই মন্ত্রেৰে পূজা কৰি—

'হে গুপ্ত পাপ প্রণাশিনি গুপ্তদুর্গে মহাভাগে গুপ্তজন্মৰ পৰা হোৱা পাপৰ পৰা শৰণাগত মোক ত্রাণ কৰা' বুলি দেৱীক প্রসন্ন কৰি বিসর্জন দিব।

সিদ্ধেশ্বৰৰ পূৱত বিশ ধনু অন্তৰত তিনি খণ্ড ৰক্ত-পাষাণৰূপা শ্রীকামাখ্যালৈ গৈ

প্রপদ্যে শৰণং দেৱীং শ্রীকামাখ্যাং সুৰেশ্বৰীং;
শিৱস্য দয়িতাং শুদ্ধাং কামদাং কাম দায়িনীং।।

(শিৱৰ দয়িতা, শুদ্ধা কামদা, কামদায়িনী সুৰেশ্বৰী শ্রীকামাখ্যা দেৱীৰ ওচৰত শৰণ লওঁ)—বুলি প্রণাম কৰি বিপুল শ্রীলাভ কামনা কৰা লোকে সেই দেৱীক সংকল্প

লৈ পূজা কৰিব আৰু তেওঁক ধ্যান কৰিব। যথা—

সুধা সমুদ্ৰৰ মণি মণ্ডপস্বৰূপ বেদীৰ মাজত সিংহাসনৰ ওপৰত উপবিষ্টা পীত বৰণৰ, পীতবস্ত্ৰ আভৰণ মালা আদিৰে যাৰ শৰীৰ বিভূষিতা মুদ্গৰ আদি ধাৰণ কৰা, লাল জিহ্বা, দেৱীক নমস্কাৰ কৰো। যি দেৱীয়ে হাতেৰে জিভাৰ আগত ধৰি বাওঁ হাতেৰে শত্ৰুক বৰকৈ পীড়া কৰিছে; যিয়ে সোঁহাতেৰে গদাৰে আঘাত কৰিছে, তেনে পীতাম্বৰা দ্বিভুজা দেৱীক নমস্কাৰ কৰো।—এনেকৈ ধ্যান কৰি বাহিৰত আৱৰণ পূজা কৰিব।

পূৰ্বাদি দলত সুভগাদিক, অষ্টদলত ব্ৰাহ্মী আদি মাতৃক, দলৰ আগত জয়া আদিক, দ্বাৰত ভৈৰৱক নমস্কাৰ কৰিব। তাৰ বাহিৰত ইন্দ্ৰাদি দেৱতাক, বজ্ৰাদি অস্ত্ৰক সম্যক্ৰূপে পূজা কৰি ধূপাদি জ্বলাই নৈবেদ্যাদিক অন্ত কৰি সকলো কৰ্ম কৰি, জপ কৰি, স্তুতি কৰি, প্ৰণাম জনাই বিসৰ্জন দিব।

তাৰ পাছত কামেশ্বৰৰ পূবত ন ধনু অন্তৰত সিদ্ধেশ্বৰদেৱৰ ওচৰলৈ গৈ পুণ্ডৰীক নামে যজ্ঞ কৰি পোৱা ফলৰ সমান ফল পাবলৈ কামনা কৰা লোকে সিদ্ধক্ষেত্ৰক প্ৰদক্ষিণ কৰি একৈশ কুলৰ সমান শিৱলোক পাবলৈ কামনা কৰা লোকে সিদ্ধেশ্বৰৰ পূজা মই কৰিম বুলি সংকল্প লৈ প্ৰসাদ মন্ত্ৰ পটলত উল্লেখ ক্ৰম অনুসৰি ঋষি আদিৰ ন্যাস পৰ্যন্ত কৰ্ম সমাপ্ত কৰি ধ্যান কৰিব। যথা—

'শুক্লবস্ত্ৰ পৰিহিত, পদ্মাসনস্থ, সৰ্বালংকাৰেৰে বিভূষিত দ্বিভুজদেৱক পূজা কৰক' বুলি ধ্যান কৰি, পূজা কৰি প্ৰাৰ্থনা জনাব ঃ

ভৱ, সৰ্ব, ৰুদ্ৰ, বৰদ, পশুপতি, অন্ধক নাশীক নমস্কাৰ কৰো। ত্ৰিজট, ত্ৰিশীৰ্ষ, ত্ৰিশূলধাৰী, ত্ৰ্যম্বক, ত্ৰিনেত্ৰ, ত্ৰিপুৰঘাতী, চণ্ড, মুণ্ড, বিল্মদণ্ডধৰ, দণ্ডী, শঙ্কুকৰ্ণ, সিদ্ধিনাথ, বিমোহিত ধূম্ৰ আৰু নীলকণ্ঠলৈ নমস্কাৰ। অপ্ৰতিৰূপ, বিৰূপ, শিৱ, সূৰ্য, সূৰ্যপতি, সিদ্ধিনাথলৈ নমস্কাৰ। এনেকৈ স্তুতি কৰি প্ৰণাম জনাই বিসৰ্জন দিব।

এই দেৱতাৰ অলপ আঁতৰত গোধিকাৰ আকাৰত ৰক্তবৰ্ণ শিলাৰূপ গয়াতীৰ্থ। তাৰ পশ্চিমত চাৰি হাত পৰিমাণৰ গয়াশীৰ্ষ; পূৰ্বত পুচ্ছভাগত আছে মানসতীৰ্থ; উত্তৰত গয়াতীৰ্থ, কাষত ৰামগয়া, দক্ষিণত ৰভুকুণ্ড—এনেকুৱা গয়ালৈ গৈ সেই কুণ্ডত তিলোদকেৰে পিতৃসকলক অৰ্পণ কৰি—

'হে গয়াকুণ্ড তুমি পিতৃসকলৰ প্ৰীতিবৰ্ধন কৰোতা, তোমাক নমস্কাৰ; আমি তোমাৰ শৰণ লৈ তিনি ঋণৰ পৰা অনৃণী হয়।' এনেকৈ প্ৰণাম কৰি তাত শ্ৰাদ্ধ কৰিব।

তাৰ উত্তৰত দুই বাণক্ষেপৰ অন্তৰত প্ৰেতশীলা তীৰ্থলৈ গৈ তাত শ্ৰাদ্ধ কৰি গয়াকূপত পিতৃসকলক ব্ৰহ্মালোকলৈ নিবলৈ কামনা কৰা লোকে শ্ৰাদ্ধ কৰিব। বাসুদেৱৰ পশ্চিমত ওঠৰ ধনু অন্তৰত দীঘলীয়া পঙ্ককোল মানস তীৰ্থত শ্ৰাদ্ধ কৰিব। কোটীশ লিঙ্গৰ দক্ষিণত চাৰিকোণীয়া দক্ষিণ মানস তীৰ্থত শ্ৰাদ্ধ কৰিব। তাৰ পাছত ব্ৰহ্মালোকলৈ

যাব খোজা লোকে স্বৰ্গদ্বাৰত স্নান কৰক। তাৰ পাছত মহানদীত ৰামহ্রদত শ্রাদ্ধ কৰক। এনেকৈ তিনিদিনত শ্রাদ্ধ সমাপ্ত কৰিব।

তাৰ পাছত কামেশ্বৰৰ পশ্চিমত সাত ধনু অন্তৰত শুকান ৰক্ত বৰণৰ যোনিৰূপ শিলাত দীৰ্ঘেশ্বৰী দেৱীৰ ওচৰলৈ গৈ সামান্য অৰ্ঘ্য আদি জ্ঞানাত্মালৈ নমস্কাৰ কৰি হৃৎপদ্মৰ পূৰ্বাদি কেশৰত পীঠশক্তিৰ ন্যাস কৰিব; যথা ইচ্ছালৈ, জ্ঞানালৈ, ক্রিয়ালৈ, কামিনীলৈ, কামদায়িনীলৈ, ৰতিলৈ, ৰতিপ্রিয়ালৈ, নন্দালৈ; মাজত মনোন্মন্যালৈ, তদুপৰি সদাশিৱ মহাপ্রেত পদ্মাসনলৈ নমস্কাৰ জনাই, বিন্যাস কৰি ঋষি আদিৰ ন্যাস কৰিব ঃ এই মন্ত্ৰৰ ভৈৰৱ ঋষি, উষ্ণিক ছন্দ, দক্ষিণ কালিকা দেৱতা, হ্রীং বীজং হুং শক্তি ক্রীং কীলকং পুৰুষাৰ্থ সিদ্ধিৰ অৰ্থে বিনিয়োগ; শিৰত ভৈৰৱ ঋষিলৈ নমস্কাৰ, মুখত উষ্ণিক ছন্দলৈ নমস্কাৰ, হৃদয়ত দক্ষিণাকালিকা দেৱতালৈ নমস্কাৰ, গুহ্যত হ্রীং বীজলৈ নমস্কাৰ, দুভৰিত হুং শক্তিলৈ নমস্কাৰ, সৰ্বাঙ্গত ক্রীং কীলকলৈ নমস্কাৰ কৰিব; তাৰ পাছত ষড়্দীৰ্ঘভাগে বীজেৰে ছয় অঙ্গৰ বিন্যাস কৰি ধ্যান কৰক। যথা ঃ

'কৰালবদনা ঘোঁৰা মুক্তকেশী চতুৰ্ভুজা, দক্ষিণা কালী, দিব্যা মুণ্ডৰ মালাৰে অলংকৃতা, বাওঁফালৰ ওপৰৰ হাতত সদ্যছিন্ন ধাৰণ কৰি থকা, দক্ষিণৰ উৰ্ধ্ব কৰত অভয় তথা বৰদ মুদ্রাত থকা, মহামেঘৰ জেউতি থকা, শ্যামা তথা দিগম্বৰীক, কণ্ঠত লগ্ন হৈ থকা মুণ্ডমালাৰ পৰা ৰুধিৰ বৈ থকা অৱস্থা যাৰ, কাণত দুলি থকা শৱযুগ্মাৰে ভয়ানক ঘোৰদংষ্ট্রা, কৰালবদনা, পীন আৰু উন্নত পয়োধৰ যাৰ, শববিলাকৰ হাতৰ মালাই কঁকালত যাৰ কাঞ্চীদাম হৈ আছে, ইষভোৰে হাস্যমুখী, দুয়ো কাউৰীৰে ৰক্তধাৰাৰে বিস্ফুৰিত মুখ যাৰ, ঘোৰ আৰাও কৰে যিয়ে, মহাৰৌদ্রী, শ্মশানেই যাৰ আলয় বাল সূৰ্য দৰে মণ্ডলৰ আকাৰ তিনিটা চকু যাৰ আছে, দন্তুৰা (উজলা দঁতীয়া), দক্ষিণাৰ্ধত যাৰ মুক্তাহাৰ ওলমি আছে; শৱৰূপ মহাদেৱৰ ওপৰত অধিষ্ঠিতা, শিয়ালৰ ঘোৰ আৰাৱৰ মাজত থকা, মহাকালেৰে সৈতে যিয়ে বিপৰীত ৰতাতুৰা, মুখত প্রসন্নমুখী, মিচিকিয়া হাঁহিৰে যাৰ মুখপদ্ম জিলিকিছে, এইদৰে সেই ধৰ্ম-অৰ্থ-কামৰ সিদ্ধিদাত্ৰী কালীক চিন্তা কৰিব'—এই বুলি ধ্যান কৰি আৱাহন কৰি সম্যকৰূপে পূজা কৰি আৱৰণ কৰি থকা সকলক পূজা কৰিব; কেশৰত ছয় অঙ্গক দেৱীৰ দক্ষিণাদি ক্রমত দিব্য ঔঘ গুৰু পাদুকালৈ নমস্কাৰ, সিদ্ধ ঔঘ গুৰু পাদুকালৈ নমস্কাৰ, মানৱ ঔঘ (flood) গুৰু পাদুকালৈ নমস্কাৰ, তিনি পঞ্চ (১৫) আৰত কালাদিক নমস্কাৰ, দলবোৰত ব্রাহ্মী আদিক নমস্কাৰ, দলবোৰৰ আগত অসিতাঙ্গ আদি ভৈৰৱক নমস্কাৰ, দেৱীৰ দক্ষিণত মহাকালক নমস্কাৰ, বাহিৰত ইন্দ্রাদি দেৱতাক আৰু বজ্র আদি অস্ত্ৰক সম্যকভাৱে পূজা কৰি, জপ আৰু স্তুতি কৰি দেৱীক প্রণাম কৰিব ঃ

নমো দীৰ্ঘেশ্বৰীং দেৱীং সৰ্বকাম ফলপ্রদাম।

দীৰ্ঘাকাৰাং কুণ্ডযুতাং সিদ্ধিং যচ্ছ সুৰেশ্বৰী।।

(সৰ্বকাম ফলপ্ৰদা, দীৰ্ঘকাৰা কুণ্ডযুতা দীৰ্ঘেশ্বৰী দেৱীক নমস্কাৰ, দেৱী সুৰেশ্বৰী আমাক সিদ্ধি দিয়া)—।

তাৰ পাছত কল্পবৃক্ষস্বৰূপ তিন্তিৰী তেতেৰী ; লৈ গৈ প্ৰদক্ষিণ কৰি 'অব্যক্ত ৰূপ সকলো দেৱতাৰ স্তুতি লাভ কৰা শিৱৰ অধিষ্ঠান হোৱা তিন্তিৰীকাক নমস্কাৰ' বুলি পূজা কৰিব।

তাৰ পাছত সিদ্ধ আৰু কামেশ্বৰৰ মাজত কেদাৰ ক্ষেত্ৰত মাতৃসকলক অনৃণী কৰিবলৈ কামনা কৰা লোকে তেওঁলোকক শিশু দান কৰিব। তাৰ পাছত বিন্ধ্যাচললৈ গৈ তাত থকা ক'লা ৰঙা শিলাৰূপ বিন্ধ্যেশ্বৰৰ ওচৰলৈ গৈ অযুত গোদানৰ পৰা লাভ কৰিব পাৰা ফলৰ সমানে ফল কামনা কৰি সংকল্প লৈ কামেশ্বৰী তন্ত্ৰেৰে তেওঁক পূজা কৰিব। সেয়া পঞ্চ মূৰ্তি পূজাৰ সময়ত কোৱা উচিত হ'ব। তেওঁৰ দক্ষিণত ৰক্তবৰ্ণা তিনি আঙুল বহল যোনিৰূপা পানীত সংযুক্ত সিদ্ধেশ্বৰী অৰ্থাৎ বনবাসিনীৰ ওচৰলৈ গৈ সকলো বিষয়তে সিদ্ধি লাভ কামনা কৰা লোকে সংকল্প লৈ স্নান কৰিব। পাছত তেওঁ

নমস্তে সৰ্বতোভদ্ৰে মধুকৈটভ নাশিনী।
দুঃখাৰ্তং মাং পৰিত্ৰাহি ত্বংহি দানঘাতিনি।।

'সকলো প্ৰকাৰে কুশল মধুকৈটভ নাশিনী দেৱী তোমাক নমস্কাৰ। হে দানৱঘাতিনী দেৱী মোৰ দৰে দুঃখাৰ্তজনক তুমি পৰিত্ৰাণ কৰা।'—বুলি প্ৰণাম জনাব।

তাৰে পূৰ্বোত্তৰ চুকত দুপাত বাণ নিক্ষেপ কৰা অন্তৰত আকাশ গঙ্গা বুলি চিহ্নিত নদীৰ আকাৰৰ শুকান শিলৰ ৰূপত আছে ললিতা কান্তা; তাৰে দক্ষিণত অলপ ওখত নন্দীৰূপী অশ্বত্থ আৰু কাছৰ আকৃতিৰ শিলাখণ্ড ৰূপত কূৰ্ম আছে; তাতে পোন্ধৰ হাত পৰিমাণৰ গতি প্ৰদীপ নামে যি কুণ্ড আছে তাত স্নান কৰি ললিত কান্তাং পূজা কৰিব। তেওঁৰ পূজা আৰু সামান্য অৰ্ঘ্য আদি কামাখ্যা বিষয়ক উক্ত পটলত দিয়া ক্ৰম মতে পীঠ পূজা অন্তলৈকে কৰি ধ্যান কৰিব। যথা—

'যি এয়া ললিতকান্তা দেৱী, যাক মঙ্গলচণ্ডিকা নামেও জনা যায়, তেওঁ বৰদ আৰু অভয় মুদ্ৰাৰ দ্বিভুজা, গৌড় দেহৰ, তেওঁ পদুমত বহি আছে মণি মুকুটেৰে উজ্জ্বল, ৰঙা কৌষেয় বস্ত্ৰ পৰিহিতা, তেওঁ হাঁহি মুখেৰে আছে। তেওঁ নব যৌৱন সম্পন্না, সুন্দৰ অঙ্গেৰে ললিতপ্ৰভা যুক্তা।' এই বুলি ধ্যান কৰিব।

'নাৰায়ণীক জানো, চণ্ডিকাক চিন্তা কৰো, পূজা কৰো, সেই ললিতকান্তাই প্ৰেৰণা দিয়ক।' এই বুলি আহ্বান কৰি মায়াবীজেৰে বৈষ্ণৱী পটলৰ ক্ৰম অনুসৰি পূজা কৰিব।

তাৰ পৰা কুৰি হাত দূৰত থকা দাড়িম্ব বৃক্ষৰ তলত থকা জয়ন্তা দেৱীক গ্ৰহ

দোষ নিবৃত্তি কামনা কৰা লোকে তেওঁৰ পূজা কৰিব আৰু ডালিম গছজোপা স্পৰ্শ কৰিব। সেই ডালিমৰ পৰা পুবফালে অলপ আঁতৰত ন হাত পৰিমাণৰ ভুৱনেশ্বৰক বিজয় কামনা কৰা লোকে কামবীজেৰে পূজা কৰিব। তাৰ পৰা বায়ু কোণত গঙ্গাধৰ দেৱক পূজা কৰি তাৰ অলপ আঁতৰত শ্বেতবৰ্ণ (বগা বৰণৰ) শিলাৰূপ জল্পীশ্বৰ পূজা কৰক।

তাৰ পশ্চিমত এঁকৈশ হাত দূৰত পাতাল ভুৱনেশ্বৰক প্ৰণাম জনাই, পূজা কৰি আৰু সেই দেৱৰ চৰম সীমাত তিনি হাত আঁতৰত শুক্ল বৰণৰ শিলাৰ ৰূপত গোৱিন্দক পূজা কৰিব; যথাসামান্য অৰ্ঘ্যাদি, বৈষ্ণৱপীঠ ন্যাসকে শেষ কৰি ঋষি আদিৰ ন্যাস কৰিব; নাৰদ ঋষি, গায়ত্ৰী ছন্দ, গোৱিন্দ দেৱতা, ইষ্ট অৰ্থ সাধনত বিনিয়োগ। ক্লীং কৃষ্ণলৈ, হৃদয়লৈ, গোৱিন্দলৈ, শিৰলৈ গোপীজনৰ শিখালৈ, বল্লভলৈ কবচলৈ স্বাহা অস্ত্ৰলৈ।

'প্ৰফুল্ল পদ্মৰ কান্তিযুক্ত, চন্দ্ৰবদন, মূৰত ময়ূৰ পাখি থকা, শ্ৰীবৎস অঙ্কিত বুকুৰে ডিঙিত কৌস্তুভ ধাৰণ কৰি, সুন্দৰ পীতবস্ত্ৰ পৰিহিত, গোপীসকলৰ চকুৰ উৎপল যেন, গৰু আৰু গোপেৰে সমাবৃত, বাঁহী বজাই থকা দিব্যাঙ্গভূষণ গোৱিন্দক ভজনা কৰো' বুলি ধ্যান কৰি (পদ্মৰ) কেশৰবোৰত ছয় অঙ্গ, পাতত কালিন্দী আদি আঠ মহিষীলৈ, তাৰ বাহিৰত ঐৰাৱত আদি আঠ হাতীলৈ, তাৰ বাহিৰত ইন্দ্ৰ আদি দেৱতাক, বজ্ৰ আদি অস্ত্ৰক এনেদৰে সম্যকভাৱে পূজা কৰি তাৰ পৰা পুবত ন ধনু অন্তৰত যোনিৰূপা ভুৱনেশ্বৰীৰ ওচৰলৈ গৈ, 'ভুৱনেশী মহামায়া সূৰ্যমণ্ডলৰূপী, শুদ্ধা, বৰদা, শিৱা, কামাখ্যা ৰূপিনীক নমস্কাৰ কৰো' প্ৰণাম জনাই মহাপাতকনাশন কামনা কৰা লোকে 'পূজা কৰিম' সংকল্প লৈ সামান্য অৰ্ঘ্য আদি দান কৰি পীঠ শক্তিৰ বিন্যাস কৰি বীজমন্ত্ৰেৰে আসন আদি দান কৰি ঋষি আদিৰ ন্যাস কৰিব, যথা—

এই মন্ত্ৰৰ শক্তি ঋষি, গায়ত্ৰী ছন্দ, ভুৱনেশ্বৰী দেৱতা, ইষ্ট অৰ্থ সাধনত বিনিয়োগ। বীজ মন্ত্ৰৰে ছয় দীৰ্ঘ ভাজা ছয় অঙ্গ; তাৰ পাছত ধ্যান কৰিব; যথা—'উদিত দিনদ্যুতিসম্পন্ন কিৰীটিযুক্তা, তুঙ্গ পয়োধৰা ত্ৰিনয়নী, হাঁহি মুখী, বৰদা, কুশপাশাযুক্তা, ভুৱনেশীক ভজনা কৰা' বুলি ধ্যান কৰি, সম্যকভাৱে পূজা কৰি মধ্য-আদিত হৃৎলেখাত বহিৰঙ্গ দেৱতাসকলক, ষট্ কোণত সাবিত্ৰী, ব্ৰহ্মা আদি ছয় মিথুন দেৱতাক ষট্ কোণৰ দুকাষত কেশৰবোৰত ছয় অঙ্গ, পত্ৰবোৰত অনঙ্গ কুসুম আদিক বাহিৰৰ ষোল পত্ৰত কৰালী আদিক, পদ্মৰ বাহিৰত অনঙ্গ (কামদেৱৰ) ৰূপা আদি পৰিচাৰকসকলক, তাৰো বাহিৰত ইন্দ্ৰাদি দেৱতা আৰু বজ্ৰাদি অস্ত্ৰক পূজা কৰিব।

বিন্ধ্যাচলৰ উত্তৰত এপাত বাণেৰে ঢুকি পোৱা দূৰত্বত মহালক্ষ্মী, তাৰ ওচৰত লক্ষ্মীকুণ্ড, তাত প্ৰণৱ স্মৰণ কৰি স্নান কৰি ধনৰ ঈশ্বৰত্ব প্ৰাপ্তিৰ বাবে আশা কৰা

লোকে মহালক্ষ্মী মন্ত্ৰোক্ত ক্ৰমেৰে তেওঁক পূজা কৰিব। তাৰ পাছত গৌতমৰ আশ্ৰমত পশ্চিম-উত্তৰলৈকে দক্ষিণ মানস ক্ষেত্ৰ, তাতে বৃষভধ্বজক পূজা কৰি তিনি ধনু পৰিমাণৰ কণা আৰু খোৰাসকলৰ মহাতীৰ্থ; তাত মহাপাতক নাশ কৰিবলৈ কামনা কৰা লোকে (পূজাদি কৰিব)। তাৰ কাষতে শুক্ৰ তীৰ্থ। তাত মহাপাতক নাশ কামনা কৰা লোকে (পূজাদি কৰিব); তাৰ ওচৰত অহল্যা তীৰ্থ, তাত ভৱবন্ধন মোচন কামনা কৰা লোকে, তাত থকা কীৰ্তিকেয় সৰোবৰত ব্ৰহ্মালোক লাভ কৰিব কামনা কৰা লোকে, তাত থকা হংসতীৰ্থত স্নান কৰি দ্বাদশ আদিত্যক পূজা কৰিব।

কামেশ্বৰৰ উত্তৰত এশ ধনু আঁতৰত থকা ধৰ্মাৰণ্যলৈ গৈ ঐশ্বৰ পদ কামনা কৰা লোকে ৰাম হ্ৰদত স্নান কৰি কোটি লিঙ্গ পূজন মই কৰিম বুলি সংকল্প কৰি (ৰামহ্ৰদত স্নান কৰি 'নিত্য প্ৰাণদণ্ড লোহিতক নমস্কাৰ; সহস্ৰ শীৰ্ষ কোটি লিঙ্গলৈ নমস্কাৰ। গিৰিবৃক্ষ প্ৰিয় ভগৱানলৈ নমস্কাৰ। যজ্ঞৰ অধিপতি কোটিপতিলৈ নমস্কাৰ। এই মন্ত্ৰেৰে পুষ্পাঞ্জলি দি জবা ফুলেৰে পূজা কৰি পায়স আৰু নৈবেদ্য দি বিসৰ্জন দিব।

তাৰ দক্ষিণত থকা বেতাল ক্ষেত্ৰলৈ গৈ তাত বিযুক্ক বেতালমন্ত্ৰৰ ক্ৰমেৰে পূজা কৰি, 'ধৰ্ম, অৰ্থ, কাম, মোক্ষলৈ ক্ৰথ আৰু ক্ৰথনলৈ, সাংখ্য আৰু সাংখ্য যোগ বেতাললৈ নমস্কাৰ' কৰি বিযুক্ক পূজা কৰিব। কৃষ্ণপক্ষৰ ছাল যাৰ উত্তৰীয়, যিয়ে পীতবস্ত্ৰ ধাৰণ কৰে, তেনে ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ-দেৱতাক সেৱা কৰো' বুলি প্ৰণাম জনাব। তাৰ আগফালে থকা ব্ৰহ্মাযোনিত পুনৰ্বাৰ যোনি প্ৰৱেশৰ অভাৱ কামনা কৰা লোকে তলৰ মন্ত্ৰেৰে তাৰ পৰা ওলাব; যথা—

শিৱবল্লভ দেবেশ মোক্ষমাৰ্গ নিৰোধক।
প্ৰসন্নো দেৱদেবেশ ত্ৰাহি মাং যোনিসঙ্কটাং।।

(মোক্ষ মাৰ্গ নিৰোধক, শিৱবল্লভ দেবেশ, হে দেৱ দেবেশ তুমি প্ৰসন্ন হৈ যোনি সংকটৰ পৰা পৰিত্ৰাণ কৰা)— বুলি তাৰ পৰা ওলাই তাৰ দ্বাৰত থকা সাক্ষীৰূপ মহাকায় গণেশক পূজা কৰিব; যথা—সামান্য অৰ্ঘ্য আদি দি গণেশ মন্ত্ৰোক্ত ক্ৰমেৰে ঋষি আদিৰ ন্যাস কৰি পাছত ধ্যান কৰিব ঃ 'সেন্দূৰৰ দৰে ৰঙা, ত্ৰিনেত্ৰ, মহোদৰ, হাত-ভৰিৰে দাঁত ধৰি থকা, পাশ, অঙ্কুশ, তথা বীজ পূৰকৰ সুন্দৰ, পুৱাৰ সূৰ্যৰ দৰে জ্যোতিৰ্ময় মুকুটেৰে, ঐৰাবতৰ মুখসহ, দান পুৰেৰে তিতি থকা গালেৰে ভোগীন্দ্ৰৰে আবদ্ধ ভূষণ যাৰ, তেনে ৰক্তবস্ত্ৰাভৰণেৰে সুন্দৰ গণপতিক ভজনা কৰক।'—বুলি ধ্যান কৰি, সম্যকৰূপে পূজা কৰি আৱৰণ পূজাও সিদ্ধ গণেশৰ দৰে কৰক।

হে লম্বোদৰ, হে দেৱগণৰ ভিতৰত শ্ৰেষ্ঠ দেৱতা; মোৰ এই যোনি সঙ্কটত তুমি সাক্ষী হৈ থাকিবা। তাৰ পাছত পুব দিশলৈ মুখ কৰি মুক্তিমাৰ্গলৈ গৈ, তাৰ পৰা আকৌ ওলাই বাওঁ আৰু সোঁভাগত দুই দুই, উৰ্ধ্বত কৃতযুগক, কাষত ত্ৰেতাযুগক, তাৰ তলত দ্বাপৰ যুগক আৰু কলিযুগক, আতে আকৌ গুপ্ত ভুৱনেশ্বৰক প্ৰণাম জনাই; যুগকেইটাকে

ব্যক্তিগতভাৱে প্ৰণাম জনাব।

সমস্ত যুগত জাতসকলৰ স্বৰূপ হে দ্বাপৰেশ, মই এই তিনি যুগত যি পাপ কৰিছো তাক হৰণ কৰা।

সম্ভূতি-ভূতিৰে পৰ্যাপ্ত ত্ৰেতাযুগ, হে নৰেশ্বৰ; সেই যুগত মই যি পাপ কৰিছো, হে ত্ৰিমূৰ্তিজ, তাক তুমি গুচোৱা।

হে সত্যসাধন, সত্যাজ্ঞ, নৰনাৰায়ণাত্মক দেৱ, কোনো কাৰণত হোৱা যি অশুচি, হে স্যতধৰ্ম তুমি তাক হৰণ কৰা। বিভৱ, আহাৰ, সৌৰ আত্মযুগ ক্ৰুৰ, তোমাক মই সেৱা জনাইছো ভক্তিৰে, মোৰ পাপ হৰণ কৰা।

এইদৰে প্ৰণাম কৰি পঞ্চাক্ষৰী মন্ত্ৰেৰে জনাৰ্দনক সম্যকভাৱে পূজা কৰি তুলা পুৰুষ দানৰ পৰা হ'ব পৰা ফলৰ সমান ফল পাবলৈ কামনা কৰা লোকে কামধেনুক পূজা কৰিব।

'হে সুৰতি কন্যা, কামগা, কামচাৰিণী, হে ধেনুৰূপা তোমাক নমস্কাৰ, তুমি মোৰ পাপ হৰণ কৰা' এইদৰে প্ৰণাম কৰি নীলশৈল যাত্ৰাৰ দক্ষিণা গুৰুজনক দি সূৰ্যক অৰ্ঘ্য দান কৰি শান্তিৰ দ্বাৰা শং সাং গ্ৰহণ কৰি উঠি সূৰ্য দৰ্শন কৰি বাহু উত্তোলন কৰি মন্ত্ৰ দুটা পঢ়িব ঃ

'কালী, গিৰিৰাজপুত্ৰী, বিশ্বেশ্বৰ লিঙ্গমূৰ্তি, তোমাক নমস্কাৰ। গিৰিৰাজৰ জীয়েক, জহ্নুৰ কন্যা তোমাক নমস্কাৰ। ওপৰলৈ হাত তুলি বাৰে বাৰে কওঁ, 'হে ত্ৰয়ীময়ি, এই ত্ৰিভুৱনত তুমিয়েই সাৰভূতা। কামেশ্বৰ লিঙ্গ, হয়তীৰ্থ আৰু নীলাচল, সঁচাকৈ তিনিও তীৰ্থৰ সাৰ। অতীৰ্থবাসী, তীৰ্থবাসী আৰু ব্যাসাদিলৈ নমস্কাৰ জনাওঁ। গণেশলৈ, ৰাক্ষসসকললৈ, ক্ষেত্ৰসমূহলৈ নমস্কাৰ। হে পেণ্ড্ৰিতীৰ্থ, হে কামভৈৰৱ তোমালোকক নমস্কাৰ। হে দক্ষিণামূৰ্তি, হে দণ্ডপাণি তোমালোকলৈও নমস্কাৰ জনাওঁ।' এইদৰে প্ৰণাম কৰিব।

**শ্ৰীকামৰূপ যাত্ৰা পদ্ধতিত কামাখ্যা যাত্ৰা**
**স্বৰূপ ষষ্ঠ পটল সমাপ্ত।**

# সপ্তম পটল
## হয়গ্ৰীৱ যাত্ৰা বিধি ঃ

প্ৰথমতে গণেশৰ ওচৰলৈ গৈ কৰ্তব্য বিষয়ত হয়গ্ৰীৱ যাত্ৰাত বিঘ্নৰ অভাৱ হওঁক বুলি কামনা কৰি প্ৰথমে গণেশৰ পূজা কৰিম বুলি সংকল্প লৈ 'শ্বেতবৰ্ণ, লম্বোদৰ, গজানন, তুঙ্গ, চতুৰ্ভুজ, মোদক, কুঠাৰং, শূল আৰু অভয় মুদ্ৰা লৈ থকা গণেশক' এনেদৰে চিন্তা কৰি একাক্ষৰ গাণপত্য পটলোক্ত ক্ৰম অনুসৰি সম্যক পূজা কৰি ক'ব ঃ

লম্বোদৰায় বিশদায় গজাননায়
তুঙ্গায় মোদক কুঠাৰ বিভূষিতায়।
শূলং তথাভয়মপি প্ৰথিতংবিভৰ্ত্তি,
তস্মৈ নমোৎস্তু পুৰুষায় গণেশ্বৰায়।।

'লম্বোদৰ, বিশদ, গজানন, তুঙ্গ, মোদক, কুঠাৰ, শূল তথা অভয় মুদ্ৰা হাতত লৈ থকা পুৰুষবৰ গণেশ্বৰলৈ নমস্কাৰ।'—বুলি প্ৰণাম জনাই বিসৰ্জন দি লম্বোদৰলৈ নমস্কাৰ কৰি নিৰ্মালি লৈ ঐশন্য কোণত দলিয়াই পেলাব।

তাৰ পাছত বৰাহ আৰু আকাশৰ মাজত ধনুৰ অৰ্ক সমান অপুনৰ্ভৱ সৰলৈ গৈ অদ্য ইত্যাদি বচন মাতি অপুনৰ্ভৱত্ব লাভ কামনা কৰা লোকে অপূৰ্ণৰ্ভৱ কুণ্ডত মই স্নান কৰিম বুলি সংকল্প লৈ—

বিষ্ণুৰ স্নানৰ পৰা সম্ভূত হে অপুনৰ্ভৱ, হৰীশ্বৰ। হে জিতগঙ্গ, হে মহোদৰি। তুমি মোৰ পাপ হৰণ কৰা। ব্ৰহ্ম পাষাণৰ পৰা ওলোৱা হে অপুনৰ্ভৱ হ্ৰদোত্তম। হে জিতগঙ্গ, হে মহোদৰি তুমি মোৰ পাপ হৰণ কৰা। ইন্দ্ৰকে আদি কৰি দেৱগণে তোমাৰ বুকুত মজ্জিত (ডুব মাৰিব) খোজে। মই তোমাৰ বুকুত মজ্জিত হ'লে তুমি যেন পবিত্ৰ কৰা, হে অপুনৰ্ভৱ। লোকসকলৰ যাতে পুনৰ্জন্ম নহয় তাৰবাবে তোমাক চক্ৰপাণিয়ে নিৰ্মাণ কৰিছে। তুমি দেৱৰ ৰূপ ধৰিছা, তুমি মোক অপুনৰ্ভৱ কৰা। তোমাৰ বুকুত মজ্জন কৰিলে যিহেতু লোকৰ পুনৰ্জন্ম নহয়, সেয়ে হে অপুনৰ্ভৱ। মাজ্জনাৰ পাছত যেন মোৰ কোনো পাপ নহয়, (এয়ে মিনতি)।

—এই মন্ত্ৰেৰে স্নান কৰি তৰ্পণ আদি সমাধা কৰি—

'কাম গোকৰ্ণ মধ্যস্থ লোকসকলৰ পাপ নাশক, হে অপুনৰ্ভৱ, মই যি অৰ্ঘ্য দিলো, তাক গ্ৰহণ কৰা। তোমাক নমস্কাৰ কৰিছো।'—এই বুলি মন্ত্ৰ মাতি অৰ্ঘ্য দিব। তাৰ পাছত সেই হ্ৰদৰ পাৰত শ্ৰাদ্ধ কৰি ষোলটা পিণ্ড দান কৰিব। তাৰ উত্তৰত ভদ্ৰকাল পৰ্বতত বৃষভাকাৰ কাণ নথকা পুৰুষাকৃতিৰ গোকৰ্ণক পূজা কৰিব। যথা—

'ত্ৰিশূল আৰু অভয় মুদ্ৰা হাতত থকা, জটা-ডমৰু ধৰি, বৃষধ্বজ গোকৰ্ণদেৱলৈ ভূয়োপি নমস্কাৰ। মৃগৰূপ, চক্ৰধাৰী বিষ্ণুদেৱলৈ, গদা, সাৰঙ্গ ধনু যাৰ হাতত আছে, সেই বিকৰ্ণলৈ নমস্কাৰ। বৃষস্থ, জ্ঞানী, জ্ঞানৰূপ, মহেশ, ধৰ্মজ্ঞানৰূপ, যোগীন্দ্ৰলৈ নমস্কাৰ কৰিছো। এই বুলি প্ৰণাম কৰি গোকৰ্ণ আৰু যোগী নামে যি দুই দেৱতা লোহিত্যৰ উত্তৰত আছা, তোমাক দুয়োৰে দৰ্শনত মোৰ পাপ ক্ষয় হওক।'—এয়ে দৰ্শন মন্ত্ৰ।

'অক্ষমালা, বেদ আৰু পাশ, অঙ্কুশ, ডমৰু, চোকা অস্ত্ৰ, শূল, কপাল আদি হাতত লৈ থকা, অঞ্জন বৰ্ণৰ চাৰিমুখ, ভয়ানক দাঁত, অঘোৰ, ত্ৰিনয়নক মন্ত্ৰবিত্তমই দক্ষিণ দিশত পূজা কৰিব।'—এনেকৈ ধ্যান কৰি অঘোৰ ঋকেৰে গোকৰ্ণক পূজা কৰিব।

'শক্তি, ডমৰু, অভয়, বৰদমুদ্ৰাযুক্তা হাতেৰে, শুক্লবৰ্ণ, ত্ৰিনয়ন, ঈশানক ঐশান্য দিশত পূজা কৰক'—এই বুলি ধ্যান কৰি ঈশান ঋকেৰে যোগীক সম্যক পূজা কৰি বিসৰ্জন দিব। তাৰ পাছত স্বৰ্গদ্বাৰলৈ গৈ 'ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰ এই তিনিজন দেৱেৰে নিৰূপিত মহাপুণ্য, সুদুৰ্লভ, স্বৰ্গদ্বাৰত আৰোহণ কৰো'— এই মন্ত্ৰেৰে পাঁচ হাত পৰিমাণৰ স্বৰ্গদ্বাৰত আৰোহণ কৰি 'দশ লক্ষণযুক্ত, চতুষ্পাদ, সুন্দৰ, স্বৰ্গদ্বাৰনিবাসী, ধৰ্মলৈ অৰ্ঘ্য দিওঁ'—মন্ত্ৰ পাঠ কৰি অৰ্ঘ্যদান কৰিব।

তাৰ পাছত অপুনৰ্ভৱৰ পূৱ ফালে ন ধনু আঁতৰত, সাত ধনু প্ৰমাণ বাৰাণসী কুণ্ডলৈ গৈ মুক্তিপ্ৰাপ্তি কামনা কৰা লোকে সংকল্প গ্ৰহণ কৰি 'এশ বছৰ ধৰি সকলো তীৰ্থতে স্নান কৰি (যি ফল পোৱা যায়) এবাৰ মাত্ৰ বাৰাণসীকুণ্ডত নিমজ্জন কৰি মোৰ (সেই ফল) লাভ হওক।' বুলি স্নান কৰিব। তাৰ (নেজৰ ফালে) পাছফালে পাঁচ ধনু প্ৰমাণৰ মাৰ্কণ্ডেয় হ্ৰদলৈ গৈ স্বৰ্গলৈ যাবলৈ কামনা কৰা লোকে সংকল্প লৈ 'মহামতি মুনিশ্ৰেষ্ঠ মাৰ্কণ্ডেয়ই য'ত তপস্যা কৰিছিল তেওঁৰ নামেৰে মাৰ্কণ্ডেয় বুলি প্ৰখ্যাত হোৱা হ্ৰদে মোৰ পাপ হৰণ কৰক।'—এই বুলি স্নান কৰি শ্ৰাদ্ধ আৰু উপবাস কৰিব।

পৰৱৰ্তী দিনৰ ৰাতিপুৱা নিত্য কৰ্ম কৰি গোকৰ্ণৰ সীমান্ত একৈশ ধনু প্ৰমাণ বৰাহ কুণ্ডত স্নান কৰি 'পিঙ্গল বৰণৰ ৰোমাঞ্চিত নোমৰ শৰীৰৰ দাঁতেৰে পৃথিৱীক ধৰি থকা জনলৈ, নীলাচলৰ দৰে কলেবৰৰ মহাবৰাহলৈ নমস্কাৰ' বুলি প্ৰণাম জনাব। তাৰ পাছত গোকৰ্ণৰ চৰমসীমাত থকা এপাত কাঁড়ে ঢুকি পোৱা অন্তৰত মদন পৰ্বতলৈ গৈ 'হে মদনেশ, গিৰিশ্ৰেষ্ঠ, সুখ আৰু সৌভাগ্যদায়ক, তোমাৰ শিখৰৰ ওপৰত আৰোহণ কৰিবলৈ (ইচ্ছা কৰি) নমস্কাৰ জনাইছো, তুমি মোৰ পাপ হৰণ কৰা' বুলি প্ৰণাম জনাই পূব দিশলৈ মুখ কৰি সেই পৰ্বতৰ শিখৰত আৰোহণ কৰি তাত থকা কেদাৰ নামে শিৱৰ ওচৰলৈ গৈ প্ৰদক্ষিণ কৰি 'কেদাৰ আৰু কমল নামে দুই দেৱ গঙ্গা শ্ৰীবৎস ধাৰণ কৰোতা, দুয়োৰে দৰ্শনৰ ফলত মোৰ পাপ ক্ষয় হওক' বুলি দৰ্শন কৰি সামান্য অৰ্ঘ্য

আদি দান কৰি প্ৰাসাদমন্ত্ৰোক্ত ক্ৰমেৰে ঋষি আদিৰ ন্যাসকে অন্ত কৰি সকলো কৰ্ম শেষ কৰি ধ্যান কৰিব ঃ

শুক্লবৰ্ণ, শুক্ল বৰণৰ বৃষভত আৰোহণকাৰী, পদ্মাসনত বহি থাকোতা, বগা যজ্ঞোপবীত ধাৰণ কৰোতা, বৰদ আৰু অভয় মুদ্ৰা হাতত থকা, সূৰ্য, সোম আৰু অগ্নি যাৰ তিনি চকু, বৰ্তমান পশ্চিমত যাৰ ডম্বৰু আৰু খড়্গ আছে, গাইৰ গাখীৰৰ দৰে বগা শঙ্খ যাৰ উত্তৰত আছে, আকৌ উত্তৰতে তপ্ত সোণৰ দৰে শঙ্খ চক্ৰধৰ বামদেৱ আখ্যা দেৱ আছে, পূব দিশত গদা, পদ্মধৰ, স্বচ্ছ সিন্দূৰৰ দৰে সেই পুৰুষ আছে, দক্ষিণ অঘোৰ, ত্ৰিশূল, কপাল আদিৰে বিকট দাঁত থকা দেৱ আছে, মাজত অঞ্জন আৰু মেঘৰ বৰণৰ ঈশান থাকে, এনেদৰে কেদৰেশ্বৰক ধ্যান কৰি প্ৰাসাদমন্ত্ৰোক্ত ক্ৰমেৰে বামদেৱ ঋকেৰে পূজা কৰিব।

অৰ্ধচন্দ্ৰ শেখৰলৈ নমস্কাৰ, খট্টাঙ্গধাৰীলৈ নমস্কাৰ, ত্ৰিশূলধাৰীলৈ নমস্কাৰ, কেদাৰলৈ নমস্কাৰ; সকলো লোকৰ ঈশ্বৰ, মোক্ষৰ কাৰণ, অব্যয়, সকলোৰে ৰক্ষক, নিস্ফল, পৰমদেৱ, সনাতন দেৱলৈ প্ৰণাম জনাইছো; অভীষ্ট দান কৰা, মৃগাদিৰ ভয়ৰ পৰা ৰক্ষা কৰা অব্যয় পুৰুষলৈ নমস্কাৰ; শব্দাতীত, গুণাতীত, অব্যয় শম্ভুলৈ নমস্কাৰ; দেৱদেৱ, বিভু, বৰদলৈ নমস্কাৰ; সৰ্বলোকেশ্বৰ, শম্ভু, মোক্ষৰ কাৰণ স্বৰূপ, অব্যয় দেৱলৈ নমস্কাৰ' বুলি কেদাৰক প্ৰসন্ন কৰিব। তাৰ পাছত—

'হে কেদাৰ, হে পাৰ্বতীনাথ, হে মদনাচলত বাসকৰ্তা, সম্ভিমুখ দৰ্শনৰ বাবে মোক অনুমতি দিয়া' এই বুলি অনুমতি লৈ বিসৰ্জন দিব।

তাৰ পাছত কেদাৰৰ পশ্চিমত কল্পবৃক্ষৰ ওচৰলৈ গৈ 'অব্যক্তস্বৰূপ, মহাপ্ৰলয়বাসী, মহেন্দ্ৰৰ উপচাৰৰ বাবে ন্যগ্ৰোধলৈ নমস্কাৰ' বুলি প্ৰণাম কৰিব। কেদাৰৰ উত্তৰত (? পূবত) থকা কমলেশ্বৰৰ ওচৰলৈ গৈ কেদাৰ-কমলৌ ইত্যাদি মন্ত্ৰেৰে দৰ্শন কৰি—, 'কৰ্পূৰ আৰু ইন্দুৰ দৰে, সৌম্য, সদ্যোজাত, ত্ৰিলোচন, হৰিণাক্ষৰ গুণৰ দৰে বৰহস্ত, চতুৰ্মুখ, বাল-ইন্দু যাৰ শিখৰত আছে তেনে মুকুটেৰে থকা দেৱক পশ্চিমত যজন কৰক' বুলি ধ্যান কৰি সদ্যোজাত নামে ঋকেৰে পূজা কৰি—

'সংসাৰ সাগৰত মগ্ন, পাপগ্ৰস্ত, অচেতন মোক, হে ভগনেত্ৰঘ্ন, ত্ৰিপাৰাৰি মোক ৰক্ষা কৰা; তাৰবাবে তোমাক নমস্কাৰ জনাইছো। শিৱ, শান্ত, সৰ্ব পাপহৰ, ত্ৰিপুৰাৰি, কমলেশ, তোমাক প্ৰণাম জনাইছো।'—বুলি প্ৰণাম জনাই বিসৰ্জন দিব।

কল্পবৃক্ষৰ পৰা এপাত কাঁড়ে ঢুকি পোৱা অন্তৰত ছত্ৰাকাৰৰ পাৰিপাত্ৰক নামে পৰ্বতত পুনৰ্জন্ম আশা নকৰা লোকে আৰোহণ কৰিব। তাৰ পাছত মন্দাৰ শৈলৰ পূৰ্বত মধুৰিপু হৰিক পূজা কৰক। তাতে আকৌ ব্ৰহ্মজ্ঞান লাভ কৰিবলৈ কামনা কৰা লোকে কুমুদেশ্বৰ গুহাৰ মাজত থকা ব্ৰহ্মেশ্বৰক অৰ্চনা কৰক। তাতে শিৱলোক কামনা কৰা লোকে ভাবভূতেশ্বৰক পূজা কৰিব।

তাৰ আগফালে থকা ধৰ্মকূপত হেজাৰ গৰু দান কৰি পোৱা ফলৰ সমান ফল পাবলৈ কামনা কৰা লোকে স্নান কৰিব। পাৰিপাত্ৰৰ উত্তৰত বিশ ধনু আঁতৰত কপিলাশ্ৰমত কপিলেশ্বৰক পূজা কৰি পাৰিপাত্ৰত থকা চণ্ডনায়ক ভৈৰৱক দৰ্শন কৰিব। তাৰ পাছত তাৰ পৰা পূবত এঘাৰ ধনু আঁতৰত থকা ক'লা-বগা বলধৰ আকাৰৰ শূলধাৰীৰ ওচৰলৈ গৈ পিশাচমোচন তীৰ্থত স্নান কৰি সেই তীৰ্থস্থ শূলধাৰীক সেৱা কৰিব। ব্যাঘ্ৰেশ্বৰৰ দক্ষিণে স্বয়ম্ভুলিঙ্গক, তাৰ ঐশান্য কোণত দহধনু প্ৰমাণৰ কৃত্তিবাস নামে মদনাচলৰ পৰা একপাত বাণ ক্ষেপণ কৰাৰ দূৰত্বত সাত পাতাল ভেদ কৰি ওলোৱা ৰত্নেশ্বৰ লিঙ্গক ৰত্ন লাভ কৰিবলৈ কামনা কৰা লোকে পূজা কৰিব। সেই ঠাইৰ পৰা বায়ব্য দিশত নানা বৰণৰ শিলাৰূপ গৰুড়াচলত গৰুড়েশ্বৰক দৰ্শন কৰিব—

বোসুদেৱৰ হিতত ৰত, পক্ষিৰাজক নমস্কাৰ; হে পক্ষীশ্বৰ হয়গ্ৰীৱৰ দৰ্শনৰ বাবে অনুমতি দিয়া' বুলি সেৱা জনাই অনুমতি লৈ পশ্চিমমুৱা হৈ স্বচ্ছজলা নদীলৈ গৈ স্নান কৰি মুণ্ডন কৰি বিষ্ণুৰ ধ্যান কৰি নিশাটো কটাব।

ৰাতিপুৱা বল্লভা নদীত মহাপাতক নাশ কামনা কৰা লোকে সংকল্প লৈ—'হে পুণ্যজলা, সাগৰ সামিনী হে পাপ মোচনকাৰিণী, বৰাঙ্গনা তোমাক নমস্কাৰ কৰিছো' বুলি স্নান কৰা উচিত।

তাৰ পাছত মণিকূটৰ পূবত বিষ্ণু পুষ্কৰলৈ গৈ সকলো তীথত স্নান কৰাৰ সমান ফল লাভ কৰিবলৈ কামনা কৰা লোকে পুখুৰীৰ তীৰ্থত স্নান আদি কৰাৰ সংকল্প লৈ 'বসুধাতলত পুখুৰীৰ আকাৰত মৰ্তলোকৰ হিতৰ বাবে থকা পুষ্কৰ মোৰ পাপ হৰণ কৰা' বুলি স্নান কৰি বাৰুণ মন্ত্ৰ জপ কৰি তাৰ (দেৱী প্ৰণৱেৰে) অৰ্ঘ্য দান কৰিব। তাৰ পাছত মণিকূটত হয়গ্ৰীৱ মাধৱ দৰ্শনৰ বাবে যাব—'মণিকূটৰ ওচৰলৈ আহি' (বুলি নিৰ্দেশ পালন কৰি)— 'বিষ্ণুৰ পদতলৰ পৰশত যাৰ শেখৰ পবিত্ৰ হৈছে, সেই সিদ্ধ গন্ধৰ্বসেবিত পৰ্বতক সেৱা কৰো' বুলি প্ৰণাম জনাই 'পীত, দ্বিভুজ, শান্ত, মণিকুণ্ডলেৰে বিভূষিত, চক্ৰবাণধৰ, শুক্লবস্ত্ৰ ধাৰণ কৰতা, সকলো সুলক্ষণযুক্ত, ত্ৰিলোচন মণিশৈল'— বুলি ধ্যান কৰি, সম্যকৰূপে পূজা কৰি 'হে গিৰিশ্ৰেষ্ঠ পীত বৰ্ণ, ত্ৰিলোচন মণিকূট, আজি তোমাৰ ওপৰত আৰোহণ কৰি হয়গ্ৰীৱৰ মুখ দৰ্শন কৰিম, হে চক্ৰাধাৰ বিধায়ক, গিৰিশ্ৰেষ্ঠ মণিকূট, তোমাত আৰোহণ কৰি হয়গ্ৰীৱৰ মুখ দৰ্শন কৰিম বুলি প্ৰাৰ্থনা কৰি 'ভগবানৰ পাদাম্বুজৰ ওচৰ পাই মণি পৰ্বতৰ ওপৰত আৰোহণ কৰো, শতজনমৰ মোৰ পাপবোৰৰ বিলয় হওক, হে মণিপৰ্বত তুমি মোৰ মুক্তিৰ বিধান কৰা' বুলি মন্ত্ৰ পাঠ কৰি পূব বা উত্তৰলৈ মুখেৰে আৰোহণ কৰি দুৱাৰত ভৃঙ্গিৰীট দুৱৰীক পূজা কৰি—

'হে দণ্ডহস্ত, মহাদেৱ, কালদৈত্যক নিধন কৰোতা, দ্বাৰপাল, তোমাক নমস্কাৰ কৰিছো, তুমি মোক বাট দেখুৱাই (এৰি) দিয়া'—বুলি অনুমতি লৈ বিষ্ণু মন্দিৰলৈ গৈ

তিনিবাৰ প্ৰদক্ষিণ কৰি ধোৱা কাপোৰ পিন্ধি গৃহত প্ৰৱেশ কৰি মূল মন্ত্ৰেৰে সুগন্ধিত পানীৰে স্নান কৰাই—পাছত বগা অমলক জলেৰে, ৰত্নোদক উষ্ণ পানীসহ পঞ্চামৃতেৰে, চন্দন পদ্ম বিৰিণাৰ মূলাদিৰে ত্ৰিসিতেৰে, নীলিন মলয় মগৃনাভি তিনি গন্ধেৰে, তীৰ্থোদক, গন্ধোদক, কৰ্পূৰোদক তিনি জলেৰে, ঘটৰ পানীৰে, অৰ্ঘ্যৰ পানীৰে স্নান কৰাই উদ্ধৰ্তন (গা ঘঁহি) কৰাই, তিলৰ তেলেৰে বা অপ (কেঁচা) তেলেৰে মৰ্দন কৰি, তিল আদিৰে ঘঁহি মাজি বেলৰ পাত, অপামাৰ্গৰ মূল আদিৰে গাত্ৰ সংমাৰ্জন কৰি কাপোৰেৰে গা মচি দিব; তাৰ পাছত পীত বা শ্বেত বস্ত্ৰ পৰিধান কৰাই গোপীচন্দন আদিৰে তিলক (ফোঁটা) দিব; আৰু কাজলৰ ফোঁট দি দাপনী দেখুৱাব। এওঁৰ পূজাত কাজল দান কৰা আৱশ্যক। এনেদৰে স্নান সমাপ্ত কৰি পূজা কৰিব।

## হয়গ্ৰীৱ পূজা

অদ্য ইত্যাদি বচন মাতি বিষ্ণুলোকলৈ যাবলৈ কামনা কৰা লোকে মণিকূটত মই হয়গ্ৰীৱৰ পূজা কৰিম বুলি সংকল্প লৈ সামান্য অৰ্ঘ্য দি, স্থাপনা আদি কৰি কামাখ্যা পূজাৰ ক্ৰমত পূজা কৰি বৈষ্ণৱ মতে পীঠ ন্যাস শেষ কৰি কৰ্ম সম্পাদন কৰিব। এতিয়া ঋষি আদিৰ ন্যাস ঃ এই মন্ত্ৰৰ ব্ৰহ্মা ঋষি, অনুষ্টুপ ছন্দ, হয়গ্ৰীৱ দেৱতা বাগৈশ্বৰ্য আদি প্ৰাপ্তি তথা চতুৰ্বৰ্গ সাধনত বিনিয়োগ।

ওঁ হৃদয়লৈ উদ্‌গিৰৎ প্ৰণৱেই উৎগীথ, শিৰলৈ সকলো বাগীশ্বৰৰ ঈশ্বৰ, শিখালৈ সকলো দেৱময় অচিন্ত্যক, কবচলৈ সকলোকে বোধন কৰা, বোধন কৰা, অস্ত্ৰলৈ ফট্‌। ধ্যান—

'কৰ্পূৰৰ চন্দনৰ দৰে ধৱল, শুভ্ৰ পদ্মৰ ওপৰত থকা, চতুৰ্ভুজ, কুণ্ডল আদি নানান অলংকাৰেৰে বিভূষিত, বৰদ আৰু অভয় যাৰ হাতৰ মুদ্ৰা বাম হাত দুখনত আছে; পুস্তক আৰু বগা পদুম যাৰ (অন্য) দুহাতত আছে, শ্ৰীবৎস আৰু কৌস্তুভ যাৰ বুকুত শোভা কৰি আছে, কেতিয়াবা গৰুড় আসনস্থ।'— এনেদৰে কালিকা পুৰাণীয় ধ্যান কৰি হৃদয়ত সূৰ্য; সোম আৰু অগ্নিসকলৰ মণ্ডল চিন্তা কৰি তাত ওঁকাৰজ্যোতিৰূপী কৰ্ণিকাত সমাসীন হয়গ্ৰীৱক চিন্তা কৰি হয়গ্ৰীৱ বীজেৰে মূৰ্তি পৰিকল্পনা কৰি সেই মূৰ্তিক আহ্বান কৰিব।

'মীনৰূপ, বৰাহ, নৰসিংহ আৰু বামন—এই বৰদ দেৱতা আহক, নাৰায়ণৰূপ অগ্ৰগণ্যজনলৈ নমস্কাৰ।' বুলি আৱাহন কৰি অষ্টাক্ষৰ নাৰায়ণ মন্ত্ৰেৰে জিতন্‌ তে ইতি মন্ত্ৰেৰে, কৃষ্ণবীজেৰে বাসুদেৱ দ্বাদশাক্ষৰ মন্ত্ৰেৰে বা পূজা কৰিব। পৌৰুষসূক্তৰ ষোড়শ ঋষি, ষোড়শ উপাচাৰ দিব অথবা তলত উল্লেখ কৰা দৰে মন্ত্ৰ মাতি উপাচাৰসমূহৰ কল্পনা কৰিব।

'সুমেৰু পীঠত তোমাৰ পদ্মকল্পিত আসন, সকলো তত্ত্বৰ হিতৰ বাবে, হে মধুসূদন, তাত থাকা।'—এই বুলি আসন দান কৰিব।

'ত্ৰৈলোক্য পতিসকলৰ দেৱ, দেৱদেৱ জনাৰ্দন। এই অৰ্ঘ্য হৃষীকেশ বিষ্ণুলৈ (আগবঢ়োৱা হৈছে) নমস্কাৰ।'—এইবুলি অৰ্ঘ্য দান কৰিব।

'হে পদ্মনাভ, সনাতন, হে দেৱ এয়া তোমাৰ দুভৰিৰ পাদ্য, হে বিষ্ণু, হে কমলপত্ৰাক্ষ' মধুসূদন, গ্ৰহণ কৰা'—বুলি পাদ্য দান কৰিব।

'হে মহাদেৱ! ব্ৰহ্মাদি দেৱতাৰ দ্বাৰা তোমাৰ বাবে এই মধুপৰ্ক কল্পিত (প্ৰস্তুত) কৰা হৈছিল; হে পুৰুযোত্তম, এতিয়া মই ভক্তিৰে নিবেদন কৰিছো, তুমি তাক গ্ৰহণ কৰা।'—বুলি মধুপৰ্ক দান কৰিব।

'মন্দাকিনীত যি সকলো পাপ হৰণ কৰা শুভ পানী আছে তাকে মই ভক্তিৰে নিবেদন কৰিছো সেই আচমনীয় (গ্ৰহণ কৰা)'—এইদৰে আচমনীয় দিব।

'তুমি পানী, তুমি পৃথিৱী, তুমি জ্যোতিঃ, তুমি আকাশীচৰ, লোক সম্বৰ্তনৰ বাবে মই পানীৰে স্নান কৰাম' বুলি স্নানীয় পানী দিব।

'দিব্য ৰূপ সমাযুক্ত, যজ্ঞসূত্ৰ সমন্বিতা, স্বৰ্ণবৰ্ণৰ জেউতিৰে যি বস্ত্ৰ আছে, হে কেশৱ, সেয়ে তোমাৰ বস্ত্ৰ (দুখন)।' বুলি বস্ত্ৰ দান কৰিব।

'হে কেশৱ, তোমাৰ শৰীৰ বা চেষ্টাৰ কথা নেজানো, তথাপি মোৰ দ্বাৰা নিবেদিত গন্ধ—বিলেপন গ্ৰহণ কৰা।'—বুলি বিলেপন দিব।

'ঋক্, যজুস্, সাম মন্ত্ৰেৰে পদ্মযোনি ব্ৰহ্মাৰ দ্বাৰা ত্ৰিবৃত্ত (তিনি গুণ কৰা) আৰু সাবিত্ৰীৰে গ্ৰন্থি সংযুত উপবীত (গ্ৰহণ কৰা) হে অচ্যুত।'—বুলি উপবীত দিব।

'দিব্য ৰত্নেৰে সমাযুক্ত, অগ্নি আৰু সূৰ্যৰ সমান প্ৰভাযুক্ত, এই অলংকাৰবোৰে শৰীৰ শোভা কৰে, হে মাধৱ (তুমি তাকে গ্ৰহণ কৰা)।' এই বুলি অলংকাৰ দিব।

'গন্ধ আদি যিবোৰ সুৰভি আছে, সেইবোৰ বনস্পতিৰ দিব্য ৰস, মই নিবেদন কৰা এই ধূপ গ্ৰহণ কৰা।'—বুলি ধূপ দিব।

'সূৰ্য, চন্দ্ৰ, বিদ্যুৎ আৰু অগ্নি—এইবোৰ হে দেৱ, তোমাৰেই জ্যোতিঃ, সেয়ে তুমি এই দীপ গ্ৰহণ কৰা।'—এই বুলি দীপ দান কৰিব।

'ছয় প্ৰকাৰ ৰসেৰে সমন্বিত চাৰিবিধ অন্ন মই নৈবেদ্যৰূপেৰে ভক্তিৰে নিবেদন কৰিছো, তুমি তাক গ্ৰহণ কৰিবা' বুলি নৈবদ্য দান কৰিব।

তাৰ পাছত আৱৰণ পূজা কৰিব—পূৰ্বাদি দিশত ক্ৰমশঃ বাসুদেৱলৈ, সংকৰ্ষণলৈ, প্ৰদ্যুম্নলৈ, অনিৰুদ্ধলৈ, অগ্নি আদি দিশত বৰাহলৈ, নৰসিংহলৈ, মাধৱলৈ আৰু ত্ৰিবিক্ৰমলৈ পূজা কৰিব। আগফালে গৰুড় আৰু মহাগদালৈ, দক্ষিণত শাৰঙ্গ ধনুলৈ, পশ্চিমত শঙ্খলৈ, সোঁহাতে চক্ৰলৈ, বাওঁহাতে পুষ্টীলৈ; বাহিৰত পীঠপতিসকললৈ, তাৰ

শক্তিবোৰলৈ, গ্ৰহবোৰলৈ, দিক্‌পাল সকললৈ এইদৰে সম্যকভাৱে পূজা কৰি অষ্টোত্তৰ সহস্ৰ বা শত নাম জপ কৰি সাঁতটা স্তোত্ৰ পাঠ কৰিব ঃ—

সহস্ৰ মূৰ্তি, অনন্ত, স্বৰূপৰূপলৈ নমস্কাৰ, সহস্ৰ ৰশ্মিপ্ৰবৰ বেধস্ হয়ৰূপলৈ নমস্কাৰ।[১]

অনাদি দেৱ, অচ্যুত, শেষ শেখৰ, প্ৰভু, বিভু ভূতপতি, মহেশ্বৰ, মৰুৎপ্ৰতি, সৰ্বপতি, জগৎপতি, ভূৱপতি, ভূতপতিলৈ সদায় নমস্কাৰ।[২]

যমেশ, নাৰায়ণ, বিশ্ব শংকৰ, ক্ষিতীশ, বিশ্বেশ্বৰ, বিশ্বলোচন, শশাঙ্ক, সূৰ্য, অচ্যুত, বিশ্বমূৰ্তি, হয়াস্যৰূপলৈ নমস্কাৰ।[৩]

বিশাল দেহ, বিশুদ্ধ কৰ্ম্ম, সমস্ত বিশ্বাৰ্তিহৰ, শম্ভু, সমস্ত সূৰ্য, অনল, তিগ্মতেজা, হয়াস্য ৰূপলৈ নমস্কাৰ।[৪]

শ্বেত, পুস্তক, পদুম, বৰ প্ৰদান কৰ্তা, দিব্য অক্ষসূত্ৰসহ চতুৰ্ভূজ, লোহিত্য ৰূপ নিৰ্মল নদোত্তৰত বাস কৰা তুৰঙ্গবদনলৈ নমস্কাৰ।[৫]

শুক্ল, মণিপৰ্বতত যাৰ মন্দিৰ আছে, পীতাম্বৰ, হাতত যাৰ পদুম আছে, মুক্তিদাতা, ভক্তৰ অভিপ্সিত অভয় আৰু পুস্তক যাৰ কৰাশ্ৰিত, হে হৰি মোক আৰু মোৰ জনকক উদ্ধাৰ কৰা।[৬]

শুদ্ধ, মুক্তা মণিৰে ৰঞ্জিত, প্ৰলম্ববাহু, কমলাসন, ভক্তৰ পাপনাশক, জ্বৰ নামে দস্যু ঘাতক, হয়াস্য ৰূপ (ঘোঁৰাৰ দৰে যাৰ মুখ) তেওঁক নমস্কাৰ।[৭]

বৰদ পাণিয়ে জয়লাভ কৰে; যাৰ হাতত পুস্তক, বগা পদুম, জপ্য মালা ধাৰণ কৰি আছে, শশধৰ, শুভমূৰ্তি, ভুক্তি-মুক্তি দান কৰোতা, যাৰ ওচৰত দেৱ-মনুষ্যৰ শিৰ নত হয়, বাজিবক্ৰ (হয়মুখ) আৰু জ্বৰাৰি; হতাসুৰ, হয়গ্ৰীৱ, মুৰাৰি মধুসূদন, মণিকূট নিবাসী, হতজ্বৰ, তোমাক নমস্কাৰ।

জন্ম কোটি সহস্ৰ কল্পকোটি শততো হয়াস্য দৰ্শনৰ ফলৰ ভাস্কৰিক্ষয় (দিনাদি ক্ষয়) নহয়। অৰ্থাৎ এই ফল জন্ম-জন্মান্তৰে অটুট থাকে। —এনকৈ সপ্ত স্তোত্ৰ পাঠ কৰিব।

এই পাঠৰ নিব্যাস কৰি স্তোত্ৰ পাঠ নিষিদ্ধ।

তাৰ পাছত ভগৱদ্গীতা, (বিষ্ণু) সহস্ৰনাম, গজেন্দ্ৰ মোক্ষণ, স্তৱৰাজ, পুৰুষ সূক্ত পাঠ (ঋ ১০।৯০) আদি পাঠ কৰা উচিত; লগতে পুৰাণৰ আবৃত্তিও কৰিব লাগে। তাৰ পাছত তিনিবাৰ প্ৰদক্ষিণ কৰি, প্ৰণাম কৰি বিসৰ্জন দিব লাগে। ইয়াৰ নিৰ্মাল্যভুক্‌-তম্বসেনঃ(?)। তাৰ পাছত পাদোদক ধাৰণ কৰা উচিত—

'অকাল মৃত্যু হৰণ কৰা, সকলো ব্যাধি বিনাশ কৰা বিষ্ণুৰ পুণ্য পাদোদক মই শিৰেৰে ধাৰণ কৰো'—বুলিব আৰু পাদোদক পান কৰিবলৈ— ভগৱন্, পৱিত্ৰ বাসুদেৱ,

পৱিত্ৰ শতধাৰ, সহস্ৰধাৰ, অপৰিমিত, অনন্ত, কমলাকান্ত, বাসুদেৱ আমাক পৱিত্ৰ কৰা, স্বাহা—মন্ত্ৰ পাঠ কৰিব। এইদৰে পাদোদক পান কৰিব।

ইমানতে হয়গ্ৰীৱ পূজা সমাপ্ত।

তাৰ পাছত হয়গ্ৰীৱৰ দক্ষিণত (সোঁফালে) নৃসিংহ দেৱৰ ওচৰলৈ গৈ সামান্য অৰ্ঘ্য আদি, বৈষ্ণৱ পীঠৰ ন্যাসান্তলৈ কৰ্ম শেষ কৰি ঋষি আদিৰ ন্যাস কৰিব। এই মন্ত্ৰৰ ব্ৰহ্মা ঋষি, অনুষ্টুপ ছন্দ, নৃসিংহ দেৱতা, চতুৰ্বৰ্গ সাধনত বিনিয়োগ।

'উগ্ৰবীৰক হৃদয়লৈ, মহাবিষ্ণুক শিৰলৈ, জ্বলন্ত সৰ্বতোমুখক শিখালৈ, নৃসিংহ ভীষণক কবচলৈ, ভদ্ৰং মৃত্যু-মৃত্যুক নেত্ৰত্ৰয়লৈ, মই অস্ত্ৰলৈ নমস্কাৰ কৰো'—বুলিব। ইয়াৰ পাছত ধ্যান ঃ

'মাণিক আদিৰ সমান প্ৰভাযুক্ত, নিজ ৰুচা (পোহৰেৰে) ৰাক্ষস সকলক সন্ত্ৰস্ত কৰিবলৈ সক্ষম, যাৰ দুই হাত আঁঠুত ন্যস্ত হৈছে, ত্ৰিনয়ন, ৰত্নেৰে বিভূষিত, দুবাহুৰে শঙ্খ আৰু চক্ৰ ধাৰণ কৰা, যাৰ দাঁত মুখৰ বাহিৰলৈ জিলিকিছে, যাৰ জিহ্বাৰ পৰা জ্বালা ওলাইছে আৰু কেশৰাশি থিয় হৈছে, তেনে নৃসিংহ প্ৰভুক বন্দনা কৰো।'

এনেদৰে ধ্যান কৰি পূজা কৰি, পাছত কেশৰত ছয় অঙ্গ, দিৰ্গ্ দলবোৰত পক্ষীন্দ্ৰ (গৰুড়) আদিলৈ, বিদিক্দলত শ্ৰীপ্ৰভৃতিলৈ, বাহিৰত ইন্দ্ৰাদি দেৱতালৈ আৰু বজ্ৰ আদি অস্ত্ৰলৈ পূজা কৰি দক্ষিণলৈ মুখ কৰি লৌহিত্য আদি দক্ষিণ সাগৰলৈ চাব ঃ

'কিৰীটি নীলবাসা, ব্ৰহ্মপুত্ৰ নদোত্তম মই মণিকূটত থাকিয়েই (তোমাক দৰ্শন কৰিছো), যথোক্ত, ফলদ হোৱা।' তাৰ পাছত পূব দিশলৈ মুখ কৰি মন্দাৰ পৰ্বতলৈ চাব ঃ— 'হে গিৰি শাৰ্দুল মন্দাৰ, বিষ্ণুৰূপ, মহেশ্বৰ, হে শৈলেন্দ্ৰ, তোমাৰ দৰ্শনৰ ফলত তুমি মোৰ পাপ হৰণ কৰা, তোমাক মই নমস্কাৰ কৰিছো।'—এনেদৰে প্ৰণাম কৰি মণিকূটৰ পৰা অৱতৰণ কৰি মন্দাৰৰ উত্তৰত আকাশগঙ্গা বুলি চিহ্নিত ৰক্ত শিলাৰূপ কালৰাত্ৰিৰ ওচৰলৈ গৈ ধ্যান কৰিব। যথা—

'থিয় হৈ থকা সময়তো যি ভক্ষণ কৰি আছে, অসিত (কলা) শিল (বা পৰ্বতৰ) দৰে আৰু মেঘমালাৰ দৰে কান্তিৰে, খড়্গ, কটাৰী, কপাল, ধনু আৰু কবচ ধাৰণ কৰি থকা চন্দ্ৰমুখী, চকুবোৰেৰে কলা শবক আৰু মুণ্ডমালাক পোহৰাই তোলাৰ দৰে, ঘোৰ অট্টহাস্যৰ দ্বাৰা শতহৰাক দূৰ কৰা কালৰাত্ৰিক ভজনা কৰো।' —এনেদৰে ধ্যান কৰি কবচ মন্ত্ৰেৰে সম্যক পূজা কৰি আৱৰণ পূজা কৰিব। ষট্ কোণত ক্ৰমে জয়ালৈ, বিজয়ালৈ, ভদ্ৰকালীলৈ, কপালিনীলৈ, মহামায়ালৈ পূজা কৰি মাজত ভবানী, কালী, কালৰাত্ৰীলৈ, পূৰ্বাদি দিশত ব্ৰাহ্মণী আদিক, বাহিৰত অসিতাঙ্গি ভৈৰৱক পূজা কৰি প্ৰণাম জনাব।

হে বিশ্বমূৰ্তি, শুভা, শুদ্ধা, বিৰুপাক্ষী, ত্ৰিলোচনী, ভীমৰূপা, শিৱা, বিদ্যা, কালৰাত্ৰী তোমাক নমস্কাৰ।

হে মহামাৰী, বিচিত্ৰাঙ্গী, গেয় নৃত্যপ্ৰিয়া, শুভা, পাশহস্তা, দণ্ডহস্তা, কালৰাত্ৰী তোমাক নমস্কাৰ।

হে চামুণ্ডা, মুণ্ডমালাঢ্যা, তীক্ষ্ণদংষ্ট্ৰা, মহাবলা, শৱস্থানা, স্থিতা, দেৱী কালৰাত্ৰী তোমাক নমস্কাৰ।

হে কালী, কৰালবক্ৰা, সৰ্বদেৱৰ নমস্কৃতা, সৰ্ব পাপহৰা, দেৱী কালৰাত্ৰী তোমাক নমস্কাৰ। —এইদৰে প্ৰণাম কৰি নৃত্য, গীত, বাদ্য আদি অনুষ্ঠিত কৰি ৰাতিটো কটাবী

বৰাহৰ পশ্চিমত ভদ্ৰকাম পৰ্বতত কামেশ্বৰ শিৱৰ ওচৰলৈ গৈ—'তুমি ঈশ্বৰ, পাৰ্বতীৰ প্ৰীতি বৰ্ধনকৰ্তা; তুমি কামেশ্বৰ আৰু কামশেষ দায়ক, তোমাক নমস্কাৰ' বুলি প্ৰণাম কৰি—'পৰশু প্ৰভৃতি মৃগক ভয় খুৱাব পাৰা অস্ত্ৰ লৈ বিদ্যুতৰ দৰে উজ্জ্বল, চতুৰ্মুখ, তৎপুৰুষ (এক ৰুদ্ৰ), ত্ৰিনেত্ৰ পোনতে অৰ্চনা কৰক'—বুলি মন্ত্ৰৰে ধ্যান কৰি তৎপুৰুষ ঋকেৰে পূজা কৰি আৰু প্ৰসন্ন কৰি হয়গ্ৰীৱৰ পূৰ্ব ফালে শুক্ল বৰ্ণৰ শিলাৰূপ মহালক্ষ্মীক, বায়ু কোণত সৰস্বতীক তেওঁলোকৰ উপযুক্ত মন্ত্ৰেৰে আৰু ক্ৰমেৰে তেওঁলোক দেৱী দুগৰাকীৰ পূজা কৰিব।

আকৌ হয়গ্ৰীৱ ক্ষেত্ৰ আদি আঠখন তীৰ্থযাত্ৰাৰ পৰা হ'ব পৰা কৈগুন্য দোষ প্ৰশমন কামনা কৰা লোকে গণপতিৰ ওচৰলৈ গৈ পূৰ্বৰ দৰে সম্যকভাৱে পূজা কৰি মণিকূটলৈ আহি বিষ্ণুক প্ৰসন্ন কৰিব ঃ

'হে সকলো লোকৰে ঈশ্বৰ, ভক্তসকলক অভয় দান কৰোতা, হে পুৰুষোত্তম, সংসাৰ সাগৰত মগ্ন মোক ত্ৰাণ কৰা। হে জগৎপতি, মণিকূটত মই যি তীৰ্থযাত্ৰা কৰিলো, হে গোৱিন্দ, তোমাৰ প্ৰসাদত সেই যাত্ৰা সম্পূৰ্ণ হওক।'—বুলি প্ৰসন্ন কৰি দণ্ডবতে প্ৰণাম কৰি নিজ গুৰুক বস্ত্ৰ, সোণ, লেপন আদিৰে সন্তুষ্ট কৰি সূৰ্যলৈ অৰ্ঘ্য দান কৰি ব্ৰাহ্মণসকলক ভোজন কৰাই শান্তি লৈ দক্ষিণা দি ছিদ্ৰাদি দোষৰ পৰা মুক্ত হ'ব।

**কামৰূপ যাত্ৰা পদ্ধতিত হয়গ্ৰীৱ যাত্ৰা বিৱৰণ নামে সপ্তম পটল সমাপ্ত।**

# অষ্টম পটল

## প্ৰসঙ্গ দিক্‌পালাদি যাত্ৰা

কামাখ্যা যাত্ৰাৰ অন্তত অথবা হয়গ্ৰীৱৰ যাত্ৰাৰ অন্তত অদ্য ইত্যাদি বচন মাতি, স্বৰ্গৰ পিঠিলৈ গমন কৰিবলৈ কামনা কৰা লোকে বশিষ্ঠ কুণ্ডত স্নান ইত্যাদি সংকল্প লৈ স্নান কৰি তাৰ ওচৰত থকা মহাবৃক্ষৰূপ শিৱলিঙ্গৰ ওচৰলৈ গৈ—

'হে বৃষভত আহোৰণ কৰা, বৰদা-অভয়-শূলধাৰণ কৰোতা, শুদ্ধ স্ফটিকৰ দৰে ৰুৰুকৃৎ জটাৱান মহাবৃষ হোৱা' বুলি ধ্যান কৰি, অঘোৰ ঋকেৰে সম্যকৰূপে পূজা কৰি তাত থকা মাহেশ্বৰী নামৰ দেৱীক কামেশ্বৰী তন্ত্ৰৰ মন্ত্ৰেৰে সম্যক ৰূপে পূজা কৰিব।

তাৰ পাছত সেই সৰোবৰৰ পুব দিশত কৃত্তিবাস নামে পৰ্বতত চন্দ্ৰিকা নদীত স্নান কৰি কৃত্তিবাসৰ পূজা কৰিব। তাৰ পৰা অলপ আঁতৰত ফেনিল নৈত (সম্ভৱত জলপ্ৰপাতত) স্নান কৰি পুবৰ দুই যোজন অন্তৰত থকা সুমদা নদীত স্নান কৰিব। কামৰূপৰ নৈঋত কোণত অগদ নদীত স্নান কৰি স্বৰ্গযাত্ৰা কৰিবলৈ কামনা কৰা লোকে মানস নদীত স্নান কৰিব। তাৰ পাছত দুগুণ ফল পাব খোজা লোকে ভৈৰৱী নদীত স্নান কৰি কামাখ্যা (২য়) দৰ্শন কৰিব। তাৰ পাছত চণ্ডীকা নামে নদীলৈ গৈ তাত স্নান কৰি ধৱলেশ্বৰ পৰ্বতত আৰোহণ কৰি গোলোকেশ্বৰ-ভৃঙ্গীশ্বৰ শিৱলিঙ্গদ্বয়ক শিৱ পূজাৰ বিধানেৰে পূজা কৰি, চণ্ডীকাকো পূজা কৰিব; আৰু লৌহিত্য নামে দক্ষিণ সাগৰ দৰ্শন কৰিব। তাৰ পাছত গন্ধমাদন পৰ্বতত বৈ থকা গঙ্গাজল-ভৃঙ্গীশ পদদ্বয়ৰ ওচৰলৈ গৈ অন্তৰাল নামে কুণ্ডত স্নান কৰি তাৰ পানী খাই শিলাসংস্থৰ দুই চৰণত গাণপত্য পাব খোজা লোকে সংকল্প পূৰ্বক পূজা কৰি প্ৰাৰ্থনা কৰিব ঃ—

'হে শম্ভুক পাদৰ পৰা উদ্ভৱ হোৱা অন্তৰাল বৃষাকৰ (কুণ্ড) বৃষধ্বজৰ দুই চৰণক সংযোজন কৰা, হে মহাবৃষ'— এয়ে প্ৰাৰ্থনা (মন্ত্ৰ)।

### এতিয়া দিক্‌পাল যাত্ৰা

প্ৰথমতে দৰ্পটি নামে নদলৈ গৈ অদ্য ইত্যাদি বচনেৰে ব্ৰহ্ম সদন লাভ কৰিবলৈ কামনা কৰা লোকে দৰ্পটি নদত স্নান কৰি মই কুবেৰৰ পূজা কৰিম বুলি সংকল্প লৈ (দৰ্পটি নদত স্নান কৰি) দৰ্পটি পৰ্বতত কুবেৰৰ মন্ত্ৰেৰে তেওঁৰ পূজা কৰিব।

তাৰ পূবত সৰ্পাকাৰ এশব্যাম (চাৰি হাত) দীঘলীয়া অগ্নি পৰ্বতলৈ গৈ অদ্য

ইত্যাদি বচন মাতি বিষ্ণু মন্দিৰ কামনা কৰা লোকে লৌহিত্যত স্নান কৰি মই বহ্নিপূজা কৰিম বুলি সংকল্প লৈ (লৌহিত্যত স্নান কৰি) বহ্নি পৰ্বতৰ শিখৰত 'সিন্দূৰ পুঞ্জৰ দৰে সুন্দৰ শিলাতলস্থ বহ্নি'ক বুলি মন্ত্ৰ পঢ়ি পূজা কৰিব।

লৌহিত্যৰ তীৰত শংকৰ পৰ্বতলৈ গৈ বাৰুণ লোকলৈ যাবলৈ কামনা কৰা লোকে বৰুণ কুণ্ডত স্নান কৰি বৰুণ পূজনম্ ইত্যাদি সংকল্প লৈ তাত স্নান কৰি সেই পৰ্বতত প্ৰচেতস মন্ত্ৰেৰে পূজা কৰিব। বৰুণাচলৰ পূবত থকা বায়ুকূটলৈ গৈ বায়ুলোক পাব খোজা লোকে বায়ুৰূপ চন্দ্ৰপূজন ইত্যাদি সংকল্প লৈ বায়ু মন্ত্ৰেৰে পূজা কৰিব। সেই পৰ্বতৰ পূবত চন্দ্ৰ কূটলৈ গৈ চন্দ্ৰভৱনলৈ যাবলৈ কামনা কৰা লোকে চন্দ্ৰকুণ্ডত স্নান কৰি চন্দ্ৰক পূজা ইত্যাদি কৰিব ঃ

'চন্দ্ৰকুণ্ডৰ পৰা উদ্ভৱ হোৱা চন্দ্ৰকুণ্ড মহোদধি, অমৃতৰ ধাৰা লাভ কৰা আনন্দতে তুমি চন্দ্ৰৰ কলুষতা হৰণ কৰা'— বুলি স্নানান্তে ধ্যান কৰিব।

'শ্বেত, শ্বেতাম্বৰধৰ দশাশ্ব যাৰ আছে, হেম (স্বৰ্ণৰে) বিভূষিত, গদাপাণি, দ্বিবাহু, বৰদ, শশী স্মৰণীয়' বুলি ধ্যান কৰি চন্দ্ৰক পূজা কৰিব। তাৰ পাছত চন্দ্ৰকূটৰ ওচৰত থকা নন্দন পৰ্বতলৈ গৈ ইন্দ্ৰলোকলৈ যাব খোজা লোকে শক্ৰপূজা কৰিম বুলি সংকল্প লৈ তাতেই শক্ৰৰ ধ্যান কৰিব ঃ

সহস্ৰ চক্ষু, গৌৰাঙ্গ, দ্বিভুজ বাওঁহাতেৰে যিয়ে বজ্ৰ ধাৰণ কৰে আৰু সোঁ হাতেৰে গদা আৰু অঙ্কুশ ধাৰণ কৰে, ঐৰাৱতত আৰোহণকাৰী, বান থকা তূণীৰ (পিঠিত) বান্ধি লোৱা, কক্ষত ধনু (ওলোমাই) লোৱা ইন্দ্ৰই হৰিক ভজনা কৰে' বুলি ধ্যান কৰি তেওঁক পূজা কৰিব।

মণিকৰ্ণেশ্বৰৰ পূৰ্বত কামদেৱৰ কুলাচলত মৎস্যৰূপ কামদেৱৰ ওচৰলৈ গৈ সকলো পাপৰ পৰা বিমুক্ত হৈ শিৱলোক লাভ কৰিবলৈ কামনা কৰা লোকে শাশ্বতীত স্নান কৰি তাৰ উত্তৰত কামঝৰ নিজৰাৰ পানী পান কৰি তাৰ উত্তৰত কামদেৱৰ পূজা মই কৰিম বুলি স্নান কৰি নিজৰাৰ পানী খাই কামদেৱৰ সম্যকৰূপে পূজা কৰিব; যথা জ্ঞানাত্মলৈ নমস্কাৰ কৰি সামান্য অৰ্ঘ্য আদি দান কৰিব; তাৰ পাছত বিন্যাস কৰি হৃৎপদ্মৰ পূৰ্বাদি কেশৰত পীঠ শক্তিসকলৰ ন্যাস কৰিব মোহিনীলৈ, ক্ষোভিনীলৈ, ত্ৰাসিনীলৈ, স্তম্ভিনীলৈ, আকৰ্ষিণীলৈ, দ্ৰাৱিণীলৈ, আহ্লাদিনীলৈ, ক্লিন্নালৈ, ক্লেদিনীলৈ' বুলি। তদুপৰি ক্লীং সৰ্বশক্তি কমলাসনালৈ নমস্কাৰ জনাই বিন্যাস কৰি ঋষি আদিৰ ন্যাস কৰিব ঃ সম্মোহন ঋষি, গায়ত্ৰী ছন্দ, কামদেৱ দেৱতা, বীজেৰে ছয় দীৰ্ঘভাগ থকা ছয় অঙ্গ। তাৰ ধ্যান ঃ

'জপাৰুণ ৰত্নাদিৰে প্ৰচুৰভাৱে অলংকৃত, মীনধ্বজ, সুন্দৰ অঙ্গৰাগেৰে, কৰপদ্মৰে অঙ্কুশ আৰু ইক্ষুৰ ধনু আৰু পুষ্পবান ধাৰণ কৰোতাজনক স্মৰণ কৰো'—বুলি ধ্যান

আৰু পূজা কৰি কেশৰবোৰত ষড়ঙ্গসমূহ, মাজত আৰু দিশবোৰত শোষণ আদি পাঁচ বাণ লৈ, পাতবোৰত অনঙ্গৰূপাদিলৈ, যোলটা পাতত যুৱতী আদিলৈ, দলৰ আগবোৰত শোকাদি পৰিচাৰকসকললৈ, আঠোটা দিশত ৰতিপ্ৰিয়া আদিলৈ, চাৰি কোণত মালতী আদি পৰিচাৰিকালৈ, বাহিৰত ইন্দ্ৰাদি দেৱতালৈ আৰু বজ্ৰ আদি অস্ত্ৰলৈ পূজা কৰিব।

তাৰ পূবৰ ৰক্ষঃকূটলৈ গৈ—

'খড়্গহস্ত, মহাকায়, বাওঁ হাতত চৰ্ম ধাৰণকৰ্তা, জটা-জুটৰে সমাযুক্ত, ধূলি-ধূসৰেৰে পৰ্বতৰ সমান, দ্বিভুজ, ক'লামুখ আৰু খড়্গৰ ওপৰত থকা' ৰক্ষক ধ্যান কৰি নিৰ্ঋতিক পূজা কৰিব।

পাণ্ডুনাথৰ পূবত ব্ৰহ্মগিৰিত ব্ৰহ্মাক পূজা কৰিব। ব্ৰহ্মশৈলৰ পূব দিশত চাৰু নিম্ন শুভাবৰ্তত কামাখ্যাৰ নাভি মণ্ডললৈ গৈ উগ্ৰতাৰাক পূজা কৰিব। যথা—

সামান্য অৰ্ঘ্য ইত্যাদি সৰস্বতী পীঠৰ ন্যাসৰ অন্তলৈ কৰ্ম কৰি, তাৰ ওপৰত 'সৰস্বতী যোগপীঠলৈ নমস্কাৰ' কৰিব। তাৰ পাছত ঋষি আদিৰ ন্যাস ঃ এই মন্ত্ৰৰ অক্ষোভ ঋষি, বৃহতী ছন্দ, উগ্ৰতাৰা দেৱতা, স্ত্ৰীং বীজং ফট্ শক্তিইষ্টাৰ্থ সাধনত বিনিয়োগ। স্ত্ৰাং হৃদয়লৈ ইত্যাদি ছয় অঙ্গবোৰ তাৰ পাছত ধ্যান; যথা—

'কৃষ্ণা, লম্বোদৰী, দীৰ্ঘা, বিৰলা, ৰক্তদন্তিকা, চতুৰ্ভুজা, কৃশাঙ্গী, দক্ষিণ হাত দুখনত খড়্গ আৰু খৰ্পৰ, কাণ দুখনত শঙ্খ আৰু পদ্ম, শিৰত একমাত্ৰ জটা, বাম পাদ যাৰ শৱৰ ওপৰত, দক্ষিণ পাদ ওপৰলৈ তুলি শৱৰ হৃদয়ত ন্যস্ত কৰি অট্টহাস্য কৰি শিৱ ওপৰত নাগৰ মালাৰে ভূষিতা পৰমা কামদা দেৱী (তাৰা)।'—বুলি ধ্যান কৰি পূজা কৰাৰ পাছত আৱৰণ পূজা কৰিব। ভূ-গৃহৰ চাৰিওদিশত গণেশ আদিলৈ, দেৱীৰ মূৰৰ ওপৰত অক্ষোভ ঋষিলৈ নমস্কাৰ; ছটা কোণত ছয় অঙ্গ, দিগ্দলত বৈৰোচন আদিলৈ, বিদিগ্দলত লামক আদিক, ভূ-গৃহৰ চাৰি দ্বাৰত যক্ষ-অন্তকাদিলৈ, বাহিৰত ইন্দ্ৰাদি দেৱতালৈ, বজ্ৰাদি অস্ত্ৰলৈ পূজা কৰিব। তাৰ পাছত তাৰাৰ পূব ফালে ভস্মকূটৰ দক্ষিণত কৰ্পটি নামে পৰ্বতলৈ গৈ তাৰ ওপৰৰ অধিত্যকাত পাঁচ ব্যাম (চাৰি হাত) বিস্তৃত নীলাঞ্জনৰ সমান প্ৰভাযুক্ত শিলাৰূপ যমৰ ওচৰলৈ গৈ অপমৃত্যু নিবৃত্তি কামনা কৰা লোকে যমপূজা মই কৰিম বুলি সংকল্প লৈ ধ্যান কৰিব—

'যিজনে হাতত দণ্ড লৈ আছে, যিজনে প্ৰাণীসকলৰ সদায় প্ৰাণদণ্ড সাধন কৰে, যিজন কৃষ্ণবৰ্ণ, দ্বিভুজ, মূৰত উজ্জ্বল কিৰীটি, বাওঁ হাতত যিয়ে অসি আৰু পাশ লৈ আছে, যাৰ মুখৰ বাহিৰলৈ দাঁত ওলাই আছে, আন হাতত সদায় বৰদ আৰু অভয় মুদ্ৰা, যাৰ মহিষ বাহন, সেই শমনক পূজা কৰক।'—বুলি ধ্যান কৰি যমৰ পূজা কৰিব।

তাৰ পাছত চিত্ৰাচললৈ গৈ নৱগ্ৰহক পূজা কৰিব। আপদ নিবৃত্তি কামনা কৰা লোকে চিত্ৰাচলত আদিত্য আদি নৱগ্ৰহক পূজা কৰিম বুলি সংকল্প লৈ প্ৰত্যেক গ্ৰহক

ধ্যান কৰি পূজা কৰিব। যথা—এতিয়া সূৰ্যৰ ধ্যান ঃ

'পদ্মাসন, পদ্মকৰ, পদ্মগৰ্ভৰ দৰে যাৰ জেউতি, সপ্তাশ্ব, সপ্তৰশ্মি, দ্বিভুজ, নিত্য ভাস্কৰ।'

চন্দ্ৰৰ ধ্যান ঃ 'শ্বেতবৰ্ণ, শ্বেত বস্ত্ৰধৰ, দশাশ্ব, হেম (স্বৰ্ণ) ভূষিত, গদাধৰ, দ্বিবাহু, বৰদ, শশী স্মৰণীয়।'

মঙ্গলৰ ধ্যান ঃ 'ৰক্ত বস্ত্ৰধৰ, অঙ্কুশ, শক্তি, শৰাসন, গদাধৰ, চতুৰ্ভুজ, মেষবাহন, বৰদ, মঙ্গল, 'চিন্তাৰ বিষয়।'

বুধৰ ধ্যান ঃ 'পীত বস্ত্ৰধৰ, শূলধাৰী, পীত মাল্য, অনুলেপন প্ৰিয়, চক্ৰ, বৰ্ম, গদাধৰ, সিংহস্থ, বৰদ বুধ।'

বৃহস্পতিৰ ধ্যান ঃ 'সোণৰ দৰে গৌৰ বৰণৰ, পীতবসন, সোণ যেন পদুমত আসীন, মালা, কমণ্ডলু, পদুম সোঁ হাতত, বাম হাতত বৰদ মুদ্ৰা, সকলো দেৱতাৰ নিত্য মান্য মনোহৰ।'

শুক্ৰৰ ধ্যান ঃ 'শুক্ল বৰ্ণ, শুক্ল বস্ত্ৰ, শঙ্খ নাগত বহি থকা, চতুৰ্ভুজ, তেওঁ অক্ষমালা, পুস্তক, বৰদ আৰু অভয় (মুদ্ৰা) ক্ৰমশঃ দক্ষিণ আৰু বাম হাতত ধাৰণ কৰে, তেৱেঁই দৈত্যগুৰু।'

শনিৰ ধ্যান ঃ 'ইন্দ্ৰনীলৰ দৰে উজ্জ্বল, শূলধাৰী, বৰদ, গৃধ্ৰবাহন, পাশ আৰু পাশাসন লওঁতা, সূৰ্য নন্দন সদায় ধ্যানৰ যোগ্য।'

ৰাহুৰ ধ্যান ঃ 'বৰদ আৰু অভয় দুহাতত, খড়্গ আৰু চৰ্মধৰ, সিংহাসনস্থ ৰাহু কৃষ্ণ বুলি পণ্ডিতসকলৰ মত।'

কেতুৰ ধ্যান ঃ 'ধূম্ৰবৰণৰ, বিশালাক্ষ, পুচ্ছৰ ৰূপী, চতুৰ্ভুজ, খড়্গ, চৰ্ম, গদা, বাণ হাতত থকা কেতুৰ শিৰা বাহন।'

এইদৰে ধ্যান কৰি প্ৰত্যেক গ্ৰহৰ পূজা কৰি, জপ কৰি, স্তুতি কৰি বিসৰ্জন দিব।

তাৰ পাছত সন্ধ্যাচললৈ গৈ বশিষ্ঠ গঙ্গাত আৰু ললিতাত স্নান কৰি ভৱবন্ধন পৰ্বতত ভগৱন্তক পূজা কৰিব।

**কামৰূপ যাত্ৰা পদ্ধতিত অষ্টম পটল সমাপ্ত।**

# নৱম পটল

## যাত্ৰাৰ সংক্ষেপ কথন

মানুহে (ভক্তজনে) চণ্ডীকাত স্নান কৰি ধবলেশ্বৰৰ পৰা অৱৰোহণ কৰি দক্ষিণ সাগৰ আৰু গোলোকেশ্বৰ দৰ্শন কৰি, তাৰ পাছত পৰম ভূমিপীঠ স্বৰূপ শৃঙ্গত আৰোহণ কৰি শিৱ পূজাৰ বিধানেৰে মহেশ্বৰক পূজা কৰি, মানুহে অশ্বমেধ যজ্ঞ কৰাৰ সমান ফল লাভ কৰি, সকলো কামনা পাই দেহান্তত শিৱত্ব প্ৰাপ্ত হয়।

হয়গ্ৰীৱ পূজাৰ ফল ঃ অপুনৰ্ভৱজলত স্নান কৰি গোকৰ্ন যোগীক দৰ্শন কৰি, কেদাৰ আৰু কমলেশ্বৰ দৰ্শন কৰি, তাৰ মাধৱ দৰ্শন কৰিব। মাধৱদেৱক দৰ্শন কৰাৰ পাছত কামেশ্বৰ দৰ্শন কৰিব। তাৰ পাছত থকা অপুনৰ্ভৱ আকৌ চাব।

**ভস্মাচল দৰ্শনৰ ফল ঃ** চন্দ্ৰতীৰ্থৰ জলত স্নান কৰি ভস্মাচললৈ গৈ বাসৱৰ সৈতে মণিকূটেশ্বৰ চন্দ্ৰক দৰ্শন কৰিলে মুক্তি লাভ হয়।

**ব্ৰহ্মাণ্ড কুণ্ডৰ দৰ্শন ফল ঃ** ব্ৰহ্মকুণ্ডৰ জলত স্নান কৰি উমাপতিক পূজা কৰিলে, (আৰু) বায়ুকূটত আৰোহণ কৰি মানুহে মুক্তি লাভ কৰে।

**কামাখ্যা দৰ্শনৰ ফল ঃ** উৰ্বশীত বিধিমতে স্নান কৰি পাছত পাণ্ডুশিলা দৰ্শন কৰি আৰু গৌৰী শিখৰত আৰোহণ কৰিলে (মানুহৰ) পুনৰ্জন্ম নহয়।

### লৌহিত্য স্নানৰ প্ৰশংসা

অন্যান্য ঠাইত লৌহিত্য সুলভ যদিও পাঁচ ঠাইত ই দুৰ্লভ ঃ আগস্ত্য ক্ষেত্ৰ, অশ্বতীৰ্থ (অশ্বক্ৰান্ত), মণিকৰ্ণিহ্রদ, অপুনৰ্ভৱ আৰু চন্দ্ৰকূট—এই পাঁচ ঠাই বুলিছে।

কামাখ্যাত (লৌহিত্যৰ) যি ধাৰা তাক শিৱ-গঙ্গা বুলি মনত ৰাখিব লাগে। সোমকূটত (চন্দ্ৰকূটত) যি ধাৰা বয় সি বৈতৰণী নদীৰ ধাৰা। আকৌ যমশৈলত যি ধাৰা বয় সি গোদাবৰীৰ ধাৰা বুলি স্মৰণীয়।

গতিকে যি লোকে অগ্নিষ্টোমে যজ্ঞৰ ফল লাভ কৰিব খোজে তেওঁ এইবোৰ স্থানত স্নান কৰা উচিত।

এতিয়া মণিকূটৰ ওচৰত থকা লৌহিত্য স্নানৰ প্ৰশস্ততাৰ কথা কোৱা হৈছে ঃ মন্দাৰক স্পৰ্শ কৰা ধাৰা কাবেৰী, সুভদ্ৰাক স্পৰ্শ কৰা ধাৰা তাম্ৰপৰ্ণী, হয়মেধক স্পৰ্শ কৰা ধাৰা কৌশিকী, গোকৰ্ণক স্পৰ্শ কৰা ধাৰা সিপ্ৰা (শিপ্ৰা), বৰাহক স্পৰ্শ কৰা ধাৰা

কৰতোৱা, মণিকূটক স্পৰ্শ কৰা ধাৰা সৰস্বতী, বিশেষ ফল কামনা কৰি ইবোৰত স্নান কৰা উচিত।

পূৰ্বোক্ত সকলো কুণ্ডৰ তথা লৌহিত্য প্লাৱনৰ কথনাদি কালিকা পুৰাণত ঔৰ্ব ঋষিয়ে কৈ গৈছে ঃ

দেৱতাসকলে কামৰূপ মহপীঠত স্নান কৰি, জলপান কৰি আৰু পূজা কৰি সকলো লোকে পুৰণি কালত স্বৰ্গলৈ গৈছিল। কোনো কোনোজনক নিৰ্বাণ লাভ কৰাইছিল আৰু কাৰোবাক শম্ভুত্ব লাভ কৰাইছিল। যমে তেওঁলোকক বাধা দিব নোৱাৰিছিল, নিজ আলয়লৈ নিব নোৱাৰিছিল। কাৰণ যমেও শিৱা বা কামাখ্যাক নথৈ ভয় কৰিছিল। শঙ্কৰৰ গণসকলে যমূদতসকলক তালৈ যোৱাত বাধা দিছিল। যমে পঠিয়ালেও দূতসকলে দেৱীৰ ভয়ত তালৈ নগৈছিল। তেতিয়া যমে নিজ কাৰ্যত বাধা পোৱা দেখি বিধাতাৰ ওচৰলৈ গৈ কৈছিল, হে বিধাতা, এই কামৰূপত স্নান কৰি আৰু জলপান কৰি মানুহে হয় কামাখ্যাৰ গণ হয় নতুবা শিৱৰ গণ হয়। তেওঁলোকক বাধা দিবলৈ মোৰ কোনো ক্ষমতা নাই নাইবা তাৰ বাবে মই অক্ষম। এই বিষয়ত যদি কিবা বিধি ব্যৱস্থা আছে, হে বিধাতা, তাৰে ব্যৱস্থা কৰক। সকলো লোকৰে পিতামহ ব্ৰহ্মাই যমৰ সেই বচন শুনি যমক লগত লৈ বিষ্ণুৰ ভৱনলৈ গ'ল। বিষ্ণুক লগ পাই ব্ৰহ্মাই যমে কোৱা কথাবোৰ ক'লে। সকলোকৰ ঈশ্বৰ বিষ্ণুৱেও তেওঁৰ কথা শুনি যম আৰু ব্ৰহ্মাৰ সৈতে শম্ভুৰ ওচৰলৈ গ'ল। তাত অভ্যৰ্থিত হৈ আৰু শম্ভুৰ প্ৰশ্নৰ উত্তৰত বিষ্ণুৱে যমে কোৱা কথা ক'লে।

তেতিয়া ভগৱান (বিষ্ণুৱে) ক'লে, 'সকলো দেৱতাই বাস কৰা, সকলো তীৰ্থৰে ভৰপূৰ আৰু সকলো ক্ষেত্ৰৰে পৰিপূৰ্ণ কামৰূপতকৈ শ্ৰেষ্ঠ ক্ষেত্ৰ আন ক'তো নাই। এই পীঠত উপস্থিত হৈ মানুহে অমৃত্ব, দেৱত্ব বা গণত্ব লাভ কৰে; তাত যমৰ কোনো সক্ষমতা (অধিকাৰ) নাই। গতিকে হে মহাদেৱ! তাত যাতে যমৰ অধিকাৰ জন্মে তাৰ ব্যৱস্থা কৰা; য'ত যমৰ অধিকাৰ নাথাকে তাত অৰাজকতা হয়।'

ঔৰ্বই ক'লে, 'শম্ভুৱে ব্ৰহ্মাৰ সৈতে থকা বিষ্ণুৰ কথা শুনি, তাৰ পৰিপ্ৰেক্ষিতত সাধ্যসাধন কৰিবলৈ অঙ্গীকাৰ কৰিলে। ব্ৰহ্মা, বিষ্ণু আৰু যমক তাত এৰি শম্ভুৱে নিজৰ গণসকলক লগত লৈ কামৰূপলৈ ঢাপলি মেলিলে। শম্ভুৱে তাত উগ্ৰতাৰা আৰু তেওঁৰ গণসকলক আদেশ দিলে, 'হে গণবৃন্দ। তোমালোকে এই লোকসকলক উচ্ছেদ কৰি খেদি দিয়া; হে মহাদেৱী, উগ্ৰতাৰা, তুমিও বেগতে লোকসকলক খেদি পঠোৱা।' তেতিয়া গণসকলে আৰু দেৱী অপৰাজিতাই কামৰূপ পীঠ গোপন কৰিবলৈ তাৰ পৰা সকলো লোকক খেদি পঠালে। তেনেদৰে চতুৰ্বৰ্ণৰ লোকসকলক খেদি পঠোৱাত দ্বিজাতিসকলৰ শ্ৰেষ্ঠ বিপ্ৰ বশিষ্ঠ মুনি কুপিত হৈ সন্ধ্যাচললৈ যোৱাত দেৱী উগ্ৰতাৰা

আৰু গণসকলে খেদি পঠাবলৈ (মুনিকো) ধৰিলত মুনিয়ে শাও দি ক'লে, 'হে বামা, তুমি যেতিয়া মোৰ দৰে মুনিজনকো খেদিবলৈ ধৰিছা, সেইবাবে তুমি মন্ত্ৰৰে সৈতে বাম্যভাৱে পূজ্যা হ'বা। যিহেতু গণসকলৰ মন্দ বুদ্ধিৰ লোকসকলে নিজ ইচ্ছাৰ ভৰ্ৎসনা কৰিছে, সেইবাবে সিহঁত কামৰূপত ম্লেচ্ছ হ'ব। যিহেতু মহাদেৱেও মোৰ দৰে তপোধন দণ্ডে, বেদপাৰগ মুনিজনক ম্লেচ্ছৰ দৰে উৎসাদন কৰিবলৈ উদ্যত হৈছে, সেইবাবে শঙ্কৰো অস্থি আৰু ভস্মধাৰণ কৰি ম্লেচ্ছসকলৰ প্ৰিয় দেৱতা হওক। স্বয়ং বিষ্ণুয়ে পুনৰ্বাৰ ইয়ালৈ নহালৈকে কামৰূপাখ্য পীঠ ম্লেচ্ছসকলৰ দ্বাৰা গুপ্ত হৈ থাকিব। এই বামভাব প্ৰতিপাদক আগমবোৰ বিৰল হ'ব; যিজন পণ্ডিতে এই কামৰূপ নামে বিৰল আগমৰ কথা জানিব তেৱেঁই এসময়ত সম্পূৰ্ণ ফল লাভ কৰিব। এইদৰে বশিষ্ঠ মুনি থিতাতে অন্তৰ্হিত হ'ল। সেই গণসকল দেৱালয় কামৰূপত ম্লেচ্ছ হ'ল; উগ্ৰতাৰা বামা হ'ল আৰু শম্ভুও ম্লেচ্ছৰত হ'ল। বামভাব প্ৰতিপাদক আগমবোৰ দুৰ্লভ হৈ পৰিল। দেশখন বেদমন্ত্ৰবিহীন চতুৰ্বৰ্ণ বিবৰ্জিত হ'ল। কামৰূপ দেশ তৎক্ষণাৎ যমৰ সেনাৰ অৰ্থ সাধক হৈ পৰিল। হৰিৰ আগমনত পাঠখন শাপৰ পৰা মুক্ত হৈ ফলপ্ৰদ হ'লে দেৱতা আৰু মানুহৰ বাবে পীঠখন সম্যকভাৱে সমান ফলদায়ক নহ'ব। সকলো কুণ্ড গুপ্ত কৰিবলৈ ব্ৰহ্মাই এনে উপায় কৰিলে। এতিয়া ব্ৰহ্মাই অপুনৰ্ভৱ কুণ্ড, সোম কুণ্ড উভয়ৰে, ব্ৰহ্মা আৰু উৰ্বশী কুণ্ড, নদ-নদীবোৰৰ আগত উল্লেখ কৰা আৰু উল্লেখ নকৰা তীৰ্থবোৰ গুপ্ত কৰিবলৈ, সকলোবোৰৰে ফলজ্ঞান একে কৰিবলৈ উপায় কৰিলে।

ব্ৰহ্মাই নিজৰ এটি পুতেকক শান্তনুৰ পত্নী অমোঘাৰ গৰ্ভত জলৰূপত জন্ম দিয়ালে আৰু বুদ্ধিমান জমদগ্নিৰ দ্বাৰা (সমতললৈ) অৱতৰণ কৰোৱাই কামৰূপত বোৱাই দিলে। সেই সুধীৰ ব্ৰহ্মপুত্ৰই সকলো কুণ্ডকে প্লাৱিত কৰি সকলো তীৰ্থকে আচ্ছাদন কৰি সিবোৰ গুপ্ত কৰিলে। যিসকল লোকে মাত্ৰ লৌহিত্যকে নদী (তীৰ্থ) বুলি জানে তেওঁলোকে লৌহিত্যত স্নান কৰিলে তাত স্নান কৰাৰ ফল লাভ কৰে। তেওঁলোকে সেই কুণ্ডবোৰ আৰু তীৰ্থবোৰৰ পৃথক সত্তাৰ কথা নাজানে। যিলোকে বশিষ্ঠৰ শাপত বিশেষকৈ তীৰ্থবোৰ গোপন হোৱা কথা জানে, হে নৰোত্তম, তেওঁলোকে লৌহিত্যত স্নান কৰি সিবোৰ ফল লাভ (কাৰণ) সকলো নদী আৰু সকলো তীৰ্থকে সকলো ফালে প্লাৱিত কৰি ব্ৰহ্মপুত্ৰ লৌহিত্যই দক্ষিণ সাগৰত গৈ পৰিছে।

এতিয়া পূৰ্বোক্ত সকলো দেৱৰ পূজাৰ বাবে মন্ত্ৰৰ উদ্ধাৰৰ কথা কোৱা হৈছে। প্ৰথমতে প্ৰাসাদবীজৰ কথা সাৰদা (তিলকত) দিয়া হৈছে ঃ

স অন্তত থকা সদ্য অন্ত সংযুক্ত মুৰ বিন্দুৰে বিভুষিত মনুয়ে কোৱা প্ৰাসাদ আখ্যা সৰ্বসিদ্ধি দাতাক ভজনা কৰক; হকাৰ শেষত থকা সদ্য অন্তত থকা ঔঙ্কাৰ বিন্দু অনুস্বাৰ যুক্ত (জনক ভজনা কৰক)।

মায়াবীজৰ—

অগ্নিক আৰোহণ কৰোতা নকুলীশ আৰু বামনেত্ৰ অৰ্দ্ধ চন্দ্ৰবান। নকুলীশ হ'ল হকাৰ, অগ্নি হ'ল ৰেফ, বাম নেত্ৰ হ'ল ঈকাৰ, অৰ্ধচন্দ্ৰ হ'ল অনুস্বাৰ।

**শ্ৰীবীজৰ—**

ব অন্তত থকা বহ্নিত আৰু ঢ়, বামনেত্ৰ ইন্দু সংযুক্ত, বীজ যাৰ এনে শ্ৰীৰে উক্ত, চিন্তাৰত্ন অপৰৰ দৰে।

বান্ত হ'ল শকাৰ, বহ্নী ৰেফ, বামনেত্ৰ দীৰ্ঘ ঈকাৰ, ইন্দু অনুস্বাৰ।

**বৰাহৰ—** সাৰ্ধ ঈশ, বিন্দু গগন বীজ বাৰাহ ঈড়িত (বন্দিত)।

অৰ্ধ ঈশ উকাৰ, গগন হকাৰ।

**জয়দুৰ্গাৰ—**

তাৰ দুৰ্গে যুগক ৰক্ষা কৰা, যি মন্ত্ৰ লোচনেৰে ঢা অন্তত আছে। দুই ঠ অন্তত থকা জয় দুৰ্গা, এয়ে দশা ক্ষেৰী বিদ্যা বুলি জনাজাত।

তাৰৰ অৰ্থ প্ৰণব, ঢান্ত হ'ল ণকাৰ, লোচন ইকাৰ, দ্বিঠ হ'ল স্বাহা।

**গণপতিৰ—** পঞ্চৰ অন্তক শশীধৰ বীজক গণপতিৰ বুলি বুজিব। পঞ্চান্তক হ'ল গকাৰ।

**সৰস্বতীৰ—** অদ্ৰি (শিল বা পৰ্বত) বৰণেৰে সংৰুদ্ধ (বাধাগ্ৰস্ত), দ বাগ্ (বাক্য) বা শব্দ) বাদিনি, ঠ দুটাৰে, বাগীশ্বৰীৰ এই দশাৰ্ণ মন্ত্ৰ বাগ্ বিভৱ (সম্পৎ) দান কৰ্ত্ৰী।

অদ্ৰিৰ অৰ্থ দ্দকাৰ, বৰুণ সংৰুদ্ধৰ অৰ্থ বকাৰ পূটিত, দ বাগ বাদিনি স্বৰূপ আৰু ঠদ্বয়ৰ অৰ্থ স্বাহা।

**দক্ষিণা মূৰ্তিৰ—** প্ৰণৱ (ৰূপ) হৃদয় পাছত থকা, তাৰ পাছত ভগৱতে পদ, ঙে যুক্ত, দক্ষিণ মূৰ্তি মোক মেধা বুলি উচ্চাৰণ কৰিব। ঠ দুটাৰে অন্ত কৰি বাইশ অক্ষৰ যুক্ত, হৃদয়ক নমস্কাৰ কৰি ঙে যুক্ত কৰি দক্ষিণ মূৰ্তয়ে তাৰ অন্য স্বৰূপ (বুজিব)।

**অন্য তন্ত্ৰত ধূমাৱতীৰ—** দ অন্তত থকা, অৰ্ধ ঋবিন্, দ্ব অন্তত দি বীজক ধূমাৱতি বুলি দুটা ঠ দিব; ধূমাৱতী বুলি মনুয়ে কোৱা বৈৰি নিগ্ৰহ কাৰক হয়।

দান্ত দুটা দুই ধকাৰ, অৰ্ধীশ (দুই) উকাৰ সংযুক্ত, ধূমাবতি স্বৰূপ দ্বিঠ হ'ল স্বাহা।

**সাৰাদা তন্ত্ৰত থকা বাসুদেৱৰ—** প্ৰণৱ হৃদ্ 'ভগৱান্ বাসুদেৱলৈ' বুলি কীৰ্তন কৰি, বৈষ্ণৱ তন্ত্ৰত দ্বাদশাক্ষৰ প্ৰধান মন্ত্ৰ হ'ব।

হৃন্নমঃ অন্য স্বৰূপ।

**ত্ৰিপুৰ ভৈৰৱীৰ—** বিয়দ্, ভৃগু, হুতাশ, ভৌতিক তথা শিখৰত বিন্দু থাকিব। বিয়ৎ তদাদিক কেন্দ্ৰত ৰাখি অগ্নিস্থিত, বামক্ষিক বিন্দুমৎ কৰিব। আকাশ, ভৃগু আৰু বহ্নি থকা মনুসৰ্গ ইন্দু খণ্ড যুক্ত, বাক্ভৱ, প্ৰথম বীজ, কামৰাজ দ্বিতীয়ক হ'ব, তৃতীয়টো শক্তি বীজ নামে, তিনিটা বীজৰ উদাহৰণ দিয়া হ'ব।

বিয়ৎ হ'ল 'ধ'কাৰ, ভৃগু হ'ল 'স'কাৰ; হুতাশ ৰেফ্, ভৌতিক হ'ল 'ঐ'কাৰ, বিন্দু মানে অনুস্বাৰ—এয়ে বাগ্‌ভৱকূটৰ উদাহৰণ। বিয়ৎ হ'ল ধকাৰ, তদাদি সকাৰ, ক স্বৰূপ, ইন্দ্ৰ লকাৰ, অগ্নী ৰেফ্, বামাক্ষি, দীৰ্ঘ ঈকাৰ, বিন্দু হ'ল অনুস্বাৰ। এয়ে কামৰাজ কূটৰ উদাহৰণ। আকাশ হ'ল 'হ'কাৰ, ভৃগু সকাৰ, বহ্নি ৰেফ্, মনু শৈ কাৰ, সৰ্গ হ'ল বিসৰ্গ। এয়ে শক্তিকূটৰ উদাহৰণ।

**ত্বৰিতাৰ—** তাৰ, মায়া, বৰ্ম, বীজ, ঋদ্ধী, ঈশ স্বৰৰে যুক্ত; কূৰ্ম তাৰ অন্তত, ভগৱান 'ক্ষ' স্ত্ৰী দীৰ্ঘতনুচ্ছদ। সম্বৰ্ত, ভগৱান, মায়া, ফড়ন্তত থকা দ্বাদশাক্ষৰ মন্ত্ৰ। তাৰ হ'ল প্ৰণৱ; পূৰ্বতে কোৱা মায়াবীজ, বৰ্ম হ'ল 'হুঁ'ঙ্কাৰ, ঋদ্ধি হ'ল 'খ'কাৰ, ঈশস্বৰ 'এ'কাৰ, কূৰ্ম 'চ'কাৰ, তাৰ অন্তত 'ছ' কাৰ সম্বৰ্ত 'ক্ষ'কাৰ, ভগৱান্ 'এ'কাৰ, আনবোৰ স্পষ্ট।

**যামলত ছিন্নমস্তাৰ—** লক্ষ্মী, লজ্জা, তাৰ পাছত মায়া, দ্বাদশিকা মাত্ৰা; বজ্ৰ, বৈৰোচনীয় দুটা মায়া, ফট্ স্বাহা যুক্ত।

আগতে কোৱা লক্ষ্মী হ'ল বীজ, লজ্জা বীজ মন্ত্ৰ, কামবীজ পাছত, তাকে কোৱা হৈছে। ইয়াত লজ্জা পদে দেৱী কামবীজক বঢ়াই কৈছে।

মায়াবীজ ভুৱনেশী, তাৰ পাছত বাগভৱ, বজ্ৰবৈৰোচনীয় দুটা স্বৰূপ, মায়া দুটা লৈ ফট্ স্বৰূপ।

**অন্য তন্ত্ৰত বগলামুখীৰ—** প্ৰণৱ আৰু স্থিৰ মায়া, তাৰ পাছত বগলামুখী, তাৰ পাছত 'সকলো দুষ্টৰ', তাৰ পাছত বাক, মুখ, পদ; 'স্তম্ভয়' শব্দ তাৰ পাছত জিহ্বাক 'কীলায়' বুলি দুপদ; বুদ্ধিং নাশয়, তাৰ পাছত 'স্থিৰমায়াং' সম্যকভাৱে লিখিব। পুনঃ ঔঙ্কাৰ লিখি স্বাহা বুলি পদৰ অন্ত পেলাব।

এই ছয়ত্ৰিশ অক্ষৰী বিদ্যা সৰ্বসম্পৎকৰী বুলি মত আছে।

স্থিৰমায়া হ্লীং, আনবোৰ স্পষ্ট হৈ আছে।

**কালীতন্ত্ৰত কালীৰ—**

'কাম' তিনিটা, বহ্নিৰ সৈতে, ৰতি বিন্দুৰে সমন্বিত, কুৰ্চ্চ দুটা, তথা লজ্জা দুটা তাৰ পাছত থাকিব; 'দক্ষিণে কালিকে' বুলি পূৰ্ববীজেৰে উচ্চাৰণ কৰক। শেষত বহ্নি বধূ দিয়ক, বিদ্যা, ৰাজ্ঞী দুই ক'ব লাগিব।

'কামঃ' ককাৰ তিনিটা, বহ্নি সংস্থ মানে ৰেফ সংস্থ, 'ৰতি বিন্দু সমন্বিতং'ৰ অৰ্থ ঈ বিন্দু সমন্বিতং, তাৰে ক্ৰীং এই তিনিটা, কুৰ্চ্চযুগ্ম হুংযুগ, 'দক্ষিণে কালিকে' স্বৰূপ পূৰ্ব বীজবোৰ, সপ্ত বহ্নি বধূঃ স্বাহা (বুলিব লাগিব)।

**সাৰদা তন্ত্ৰত গোবিন্দৰ—** 'কৃষ্ণায়' পদ উচ্চাৰণ কৰি তাৰ পাছত 'গোবিন্দায়' বুলিব, 'গোপীজনস্য' পদৰ অন্তত 'বল্লভায়' দুবাৰ 'ঠ' বুলিব। কামবীজাদি বোলা 'মন্ত্ৰ'

অষ্টাদশাক্ষৰী মন্ত্ৰ।

ইয়াৰ অৰ্থ স্পষ্ট হৈ আছে।

**হয়গ্ৰীৱৰ মন্ত্ৰ**— বিয়ৎ, ভৃগুস্থ, অৰ্ধীশ, বিন্দুমৎ, বীজপীড়িত, বিয়ৎ, ধকাৰ, ভৃগু, সকাৰ, অৰ্ধীশ আৰু উকাৰ (সমন্বিত)।

**নৰসিংহৰ**— ক্ষকাৰ, বহ্নিত আৰোহণ কৰা, স্বৰ সমন্বিত মনু; বিন্দু, নাদৰ সৈতে মূৰ্ধা, বীজ হ'ল নৰসিংহৰ মন্ত্ৰ।

ক্ষকাৰ স্বৰূপ, বহ্নি হ'ল ৰেফ্, মনু হ'ল স্বৰ ঔকাৰ, আনবোৰ স্পষ্ট।

**কামবীজৰ**— ভূমিত সমাসীন ব্ৰহ্মা, যি শান্তিবিন্দুৰে বিভূষিত তেওঁক তিনিও জগতক মোহিত কৰিব পৰা মনোভূৰ বীজ বোলা হয়।

ব্ৰহ্মা হ'ল 'ক'কাৰ, ভূমি 'ল'কাৰ আৰু শান্তি ঈকাৰ।

**মন্ত্ৰ মহোদধিত উগ্ৰতাৰাৰ মন্ত্ৰ ঃ**

আপ্যায়নী ৰাত্ৰীশা সহ বিয়ৎ, অগ্নি, ইন্দু, শান্তিযুক্ত, হৰি, পাৱক, গোবিন্দ, চন্দ্ৰমা, উভিৰে অলংকৃত, খম্, অৰ্ধীশ, শশাঙ্ক, আঢ্যম্, অস্ত্ৰ, পঞ্চাক্ষৰ, মনু।

আপ্যায়নী হ'ল ওকাৰ, সৰাত্ৰীশা বিন্দুযুক্তা অগ্নীন্দুশান্তিযুক্, বিয়ৎ, ৰেফ্, ই বিন্দুযুক্ত হকাৰ, পাৱক গোবিন্দ, চন্দ্ৰমোভিৰলংকৃত হৰি, ৰেফ, ঈ বিন্দুযুক্ত হকাৰ, পাৱক গোবিন্দ, চন্দ্ৰমোভিৰলংকৃত হৰি, ৰেফ, ঈবিন্দুযুতস্তকাৰ, অৰ্ধীশ শশাঙ্কাঢ্য খম্ স্তু বিন্দুযুক্ত হ অস্ত্ৰং ফট্। (ইয়াৰ অৰ্থ পৰিষ্কাৰ নহয়)।

**কামৰূপ যাত্ৰা পদ্ধতিত লৌহিত্য স্নানাদি নামে নৱম পটল সমাপ্ত।**

# দশম পটল

## কামাখ্যাৰ পঞ্চমূৰ্তি পূজা

অদ্য ইত্যাদি বচন মাতি সকলো বিঘিনি নিবৃত্তি, ধন-ধ্যান্য, পুত্ৰ-পৌত্ৰ সমৃদ্ধি, শত্ৰুক্ষয়, সকলো পাপৰ পৰা বিমুক্তি, চিৰায়ু, ইষ্টপ্ৰাপ্তি কৰি, সহস্ৰ বংশৰ সৈতে, কোটি কল্প পৰ্যন্ত দেবীলোকত অধিকাৰ লাভ, গণাধিপত্য কামনা কৰা লোকে নীলাচলত কামাখ্যা যোনি মণ্ডল অধিকৰণকত কামাখ্যা আদি কামাখ্যাৰ পঞ্চমূৰ্তিৰ সেই সেই মূৰ্তিপূজাৰ মন্ত্ৰৰে যথোপযোগী উপাচাৰেৰে পৃথক পৃথক পূজন মই কৰিম বুলি সংকল্প লৈ, কামাখ্যা যাত্ৰাৰ লিখিত ক্ৰম অনুসাৰে কামাখ্যাক পূজা কৰি মহোচ্ছ্বাসাৰ পূজা কৰিব। যথা—হ্ৰাম্ ইত্যাদিৰে কৰাঙ্গ ন্যাস কৰি ৰঙা ফুল হাতত লৈ কচ্ছপিকা মুদ্ৰা (?) লৈ আগৰ দৰে যোগপীঠক ধ্যান কৰি তাৰ ওপৰত বৈষ্ণৱীৰূপা মহোচ্ছ্বাসাক ধ্যান কৰিব। যথা—

ৰক্ত পদ্মৰ প্ৰতীকৰ দৰে মুক্ত মূৰ্ধজ লম্বিনী, চঞ্চল সুবৰ্ণ মাণিক্য খচিত উজ্জ্বল কুণ্ডল ধাৰিণী, সোণৰত্ন আদিৰে সমৃদ্ধ কিৰীটসূত্ৰ ধাৰিণী, শুকুলা আৰু ক'লা অৰুণেৰে তিনি নেত্ৰেৰে বিভূষিতা, সন্ধিয়াৰ চন্দ্ৰৰ উজ্জ্বল গাল আৰু চঞ্চল লোচনা, সুপক্ক ডালিমৰ গুটিৰ দৰে দাঁতৰ পংক্তি (দুশাৰীৰ) দৰে উজ্জ্বল বন্ধুক দাঁত থকা মুখেৰে, শিৰীশপ্ৰভৰ দৰে যাৰ নাক আছে; শঙ্খৰ দৰে যাৰ ডিঙি, বিশাল অক্ষীযুগল সম্পন্না, কোটি সূৰ্যৰ দৰে উজ্জ্বল, চতুৰ্ভুজা, বিবসনা, পীন উন্নত পয়োধৰা, সোঁফালৰ উৰ্ধ্বহাতেৰে নিস্ত্ৰিংশ আৰু আন হাতেৰে সিদ্ধসূত্ৰ, বাওঁফালৰ দুহাতেৰে ক্ৰমশঃ অভয় আৰু বৰদা মুদ্ৰা, নিম্ন নাভি, ক্ৰমশঃ আয়ত ক্ষীণ মধ্যাঙ্গ দেখিবলৈ মনোহৰ; নাগপাশৰ দৰে অৱনত দুই উৰু, গুপ্ত গ্ৰন্থী আৰু সুন্দৰ সৰু গাঁঠি; ৰত্ন পৰ্যঙ্কত নিবীড় আসনতৰঞ্জিতা, ৰত্নস্তম্ভত সম্যকভাৱে আউজি থকা, বাৰে বাৰে 'কিনো ইচ্ছা কৰিছা' বচন মাতি থকা, আগত থকা পঞ্চানন আৰু নিজ বাহনক নিৰীক্ষণ কৰি থকা, মুক্তাৱলী, স্বৰ্ণৰত্নহাৰ, কঙ্কন আদি সকলো অলংকাৰেৰে উজ্জ্বল, ঈষৎ হাঁহি থকা, কোটি সূৰ্যৰ প্ৰকাশিতা, সকলো অলংকাৰেৰে মণ্ডিতা, নৱযৌৱন সম্পন্না তথা সৰ্বাঙ্গসুন্দৰী (দেবীয়ে বিৰাজ কৰিছে)—এনেকুৱা অম্বিকাক ধ্যান কৰি তেৱেঁ মই বুলি চিন্তা কৰি—

ওঁ নমঃ ফট্ বুলি মূৰত ফুল দি কৰাঙ্গ ন্যাস কৰা উচিত। যথা—হ্ৰাং অঙ্গুষ্ঠ দুটাক নমস্কাৰ ইত্যাদিৰে বিন্যাস কৰি মূলমন্ত্ৰৰ আঠটা আখৰ আঠ ঠাইত বিন্যাস কৰক; যথা— ওঁ মুখত আং নমস্কাৰ, পিঠিত শং নমস্কাৰ, ভং নমস্কাৰ উদৰত, শং নমস্কাৰ দুবাহুত, ফং নমস্কাৰ গুহ্যত, টং নমস্কাৰ দুভৰিত, ঠং নমস্কাৰ দুই জংঘাত, গং নমস্কাৰ

জঘনত এইবুলি বিন্যাস কৰি অৰ্ঘ্য স্থাপন কৰি—ওঁ হ্রাং শ্রীং এই মন্ত্রেৰে অৰ্ঘ্যৰ পানীৰে নিজক, আসন, পূজাৰ উপকৰণবোৰ তিয়াই পীঠৰ পূজা আৰম্ভ কৰিব; কামাখ্যাৰ পীঠৰ দৰে পীঠ পূজা কৰি ফুল লৈ আকৌ শোণ পদ্ম আদি মন্ত্রেৰে আগৰ দৰে ধ্যান কৰি একাগ্ৰ মনেৰে প্ৰত্যক্ষ কৰি হৃদয়ত ষোড়শ উপচাৰেৰে পূজা কৰি যম্ বুলি বায়বীজ উচ্চাৰণ কৰি দক্ষিণ নাকেৰে বায়ু নিঃসাৰণ কৰি হ্রীং বুলি উচ্চাৰণ কৰি কামাখ্যা যোনিত আৰোপণ কৰি আৱাহন কৰিব ঃ 'মহামায়াক জানো, চণ্ডিকাক ধ্যান কৰোঁ, সৎ বুদ্ধিয়ে আমাক অনুপ্রাণিত কৰক বুলি আৱাহন কৰি স্নানীয় জল দিয়ক। তাৰ পাছত মূলমন্ত্র মাতি ষোড়শ উপচাৰেৰে সম্যকভাৱে পূজা কৰি মণ্ডলৰ মাজত কামেশ্বৰীলৈ, গুপ্ত দুৰ্গালৈ, বিন্ধ্যকন্দৰ বাসিনীলৈ, কোটীশ্বৰীলৈ, দীৰ্ঘেশ্বৰীলৈ, ভুৱনেশ্বৰীলৈ, আকাশগঙ্গালৈ, কামাখ্যালৈ, দিক্কৰ বাসিনীলৈ, মাতঙ্গীলৈ, ললিতালৈ, দুৰ্গালৈ, ভৈৰবীলৈ, সিদ্ধিদালৈ, বলপ্ৰমথিনীলৈ, চণ্ডীলৈ, চণ্ডোগ্ৰালৈ, চণ্ডনায়িকালৈ, উগ্ৰচণ্ডালৈ, অতিচণ্ডালৈ, প্ৰচণ্ডলৈ, উগ্ৰালৈ, ভীমালৈ, শিৱালৈ, শান্তালৈ, জয়ন্তীলৈ, কালিকালৈ, মঙ্গলালৈ, ভদ্ৰকালীলৈ, শিৱালৈ, ধাত্ৰীলৈ, কপালিনীলৈ, স্বাহালৈ, স্বধালৈ, অপৰ্ণালৈ, পঞ্চপুষ্কৰিণীলৈ, সৰ্বভূতদমনালৈ, প্ৰোৎসাহিনীলৈ, দমনালৈ, চৌষষ্ঠি যোগিনীলৈ পূবৰ ফালৰ পৰা প্ৰদক্ষিণ কৰি অঙ্গাৱৰণৰ পূজা কৰিব। হৃদয়লৈ, শিৰলৈ, শিখালৈ, কবচলৈ, তিনিও নেত্ৰলৈ, অস্ত্ৰলৈ, দুবাহলৈ—বুলি মূলমন্ত্ৰৰ অক্ষৰেৰে সম্যক্ পূজা কৰি অস্ত্ৰবোৰৰ পূজা কৰক—ওঁ নিস্ত্রিংশলৈ, সিদ্ধসূত্ৰলৈ, অভীতয়লৈ, বৰলৈ— তাৰ পাছত আঠপাত্ৰত গণযোগিনীক পূজা কৰক। —পূৰ্বাদি চাৰিদিশত শৈলপুত্ৰীলৈ, চণ্ডঘণ্টালৈ, স্কন্দমাতালৈ, কালৰাত্ৰিলৈ; নৈৰ্ঋতী আদি কোণত চণ্ডিকালৈ, কুষ্মাণ্ডালৈ, কাত্যায়নীলৈ আৰু গৌৰীলৈ—বুলি পূজা কৰি মহামায়াক নমামি বুলি মন্ত্রেৰে আঠবাৰ পুষ্পাঞ্জলি দি জপ কৰি, স্তুতি কৰি চণ্ডেশ্বৰীলৈ নমস্কাৰ জনাই নিৰ্মাল্যবাসিনীক যজন কৰক।

## ত্ৰিপুৰা পূজা

ৰঙা ফুল লৈ যোনিমুদ্ৰাবদ্ধ হৈ যম্ ইত্যাদি বীজেৰে দহন, প্লৱন আদি কৰি নিজক ত্ৰিপুৰাৰ ৰূপ বুলি চিন্তা কৰক। যথা—

সেন্দুৰৰ পুঞ্জৰ দৰে ৰঙা, ত্ৰিনেত্ৰা, চতুৰ্ভুজা, বাম ঊৰ্দ্ধ হাতত পুষ্পকদণ্ড, তলৰ হাতত পুস্তক, দক্ষিণৰ ঊৰ্দ্ধ হাতত পঞ্চবাণ আৰু তলৰ হাতত অক্ষমালা ধাৰণ কৰা, চাৰিটা মৃতশৱৰ পিঠিত অন্য মৃতদেহ থৈ তাৰ পিঠি সমপাদেৰে সংস্থিতা, জটা-জুটত অৰ্ধচন্দ্ৰ, সমানে মূৰত খোপা বন্ধা, নগ্না, ত্ৰিবলিভঙ্গেৰে চাৰু মধ্য যাৰ, সেই মনোহৰা, সকলো অলংকাৰেৰে সম্পন্না, শুভা, সৰ্বাঙ্গসুন্দৰী, ধনসমূহ বৰ্ষণ কৰি, সৰ্ব সুলক্ষণ -যুক্তা (ত্ৰিপুৰা দেবী বিৰাজমানা)—ধ্যান কৰি নিজক তিনিবাৰ চিন্তা কৰি নিজৰ মূৰৰ

ওপৰত ফুল দিয়ক। ছয়দীৰ্ঘযুক্ত আং হ্ৰী ইত্যাদি দুই মন্ত্ৰেৰে কৰাঙ্গ ন্যাস কৰি ঐং আং হ্ৰীং এই মন্ত্ৰ তিনিবাৰ জপ্য কৰি অৰ্ঘ্য স্থাপন কৰিব। ফট্ বুলি মাটিত ষট্‌কোণ মণ্ডল কৰি ফট্ বুলি পাত্ৰ প্ৰক্ষালন কৰি সেই মন্ত্ৰেৰে তাত স্থাপন কৰি ঐং আং হ্ৰীং মন্ত্ৰেৰে পাত্ৰত তিনিবাৰ জল নিক্ষেপ কৰি তিনিবাৰ গন্ধ, পুষ্প, দূৰ্বা, অক্ষত নিক্ষেপ কৰি অমৃতী কৰি যোনি আৰু ধেনু মুদ্ৰাদ্বয় প্ৰদৰ্শন কৰি মূল মন্ত্ৰ অষ্টধা (আঠবাৰ) জপ কৰি সেই পানীৰে নিজক আৰু পূজাৰ উপকৰণবোৰত অভিসিঞ্চন কৰি ওঁ হ্ৰাং হ্ৰীং ইত্যাদিৰে কৰঙ্গান্যাস তিনি তিনি ভাগত ভাগ কৰিব। তাৰ পাছত দুই কাণৰ ৰন্ধ্ৰত, ব্ৰহ্মৰন্ধ্ৰত, চুলিবোৰত, নাকৰ ৰন্ধ্ৰত, দুই আঁঠুত, পদদ্বয়ত, ছয়মন্ত্ৰেৰে তিনিবাৰ তিনিবাৰ নিব্যাস কৰি প্ৰাণায়াম তিনিটা কৰি ৰেচকেৰে ত্ৰিপুৰা দেৱীক চিন্তা কৰি, শাৰদাৰ দৰে পীঠ পূজা কৰি কামপীঠক ধ্যান কৰি তদুপৰি প্ৰথমা ত্ৰিপুৰাক ধ্যান কৰিব। সিন্দূৰ পুঞ্জ সংকাশানি ইত্যাদি ধ্যান কৰি মানস উপচাৰেৰে আৰাধনা কৰি দক্ষিণ (সোঁটো) নাসাপুটেৰে বায়ু নিঃসাৰণ কৰি মণ্ডলত আৰোপণ কৰি আৱাহন কৰিব।

হে দেৱী, তুমি এই যজ্ঞৰ শুভ আবৰ্তলৈ মোৰ ওচৰলৈ আহা। তাৰ পাছত মোৰ কণ্ঠত অনৰ্গল শুদ্ধ বচন দিয়া। হে দেৱী ভগৱতী, ত্ৰিপুৰা, কামদায়িনী, মোৰ ওচৰলৈ আহা আৰু পূজাভাগ গ্ৰহণ কৰা। এইবুলি আৱাহন কৰি। 'নাৰায়ণীক জানো, বাগ্বাদিনীক আৰাধনা কৰো, সেই দেৱীয়ে আমাক অনুপ্ৰাণিত কৰক।' নাৰায়ণীক জানিলো, চণ্ডিকাক মই আৰাধনা কৰোঁ; সেই কুব্জী দেৱীয়ে আমাক অনুপ্ৰাণিত কৰক।

মহামায়াক জানিলো, সম্মোহিনীক আৰাধনা কৰোঁ; সেই চণ্ডীয়ে আমাক অনুপ্ৰাণিত কৰক।—

এই বুলি গায়ত্ৰী তিনিটাৰে স্থাপন কৰি এইবোৰ মন্ত্ৰ আৰু মূলমন্ত্ৰেৰে পাদ্য, পুনৰ আচমনীয় আদি দিনাৰায়ণী জানিলো, বাগ্‌বাদিনীক আৰাধনা কৰো, সেই দেৱীয়ে আমাক অনুপ্ৰাণিত কৰক।—

এই গায়ত্ৰী পাঠ কৰি স্নানীয় নিবেদন কৰি বস্ত্ৰ আদি উপচাৰ মূল মন্ত্ৰেৰে দান কৰিব।

মণ্ডলৰ পূবৰ দুৱাৰকে আদি কৰি চাৰি দুৱাৰত গ্লৌ গণেশলৈ বুলি নমস্কাৰ কৰিব। এনেদৰে গণাধ্যক্ষলৈ, গণনাথলৈ, গণক্ৰীড়ালৈ, বিদ্যালৈ, শান্তিলৈ, নিবৃত্তিলৈ, প্ৰতিষ্ঠালৈ বুলি দ্বাৰপালসকলক সম্যক্ পূজা কৰি বটুকসকলক পূজা কৰিব। যথা—

ওঁ সিদ্ধপুত্ৰ বটুকলৈ নমস্কাৰ। এইদৰে শ্ৰীং শ্ৰীলৈ, জ্ঞান পুত্ৰ বটুকলৈ, শ্ৰীসহজ পুত্ৰ বটুকলৈ, শ্ৰীসময় পুত্ৰ বটুকলৈ বুলি নমস্কাৰ জনাব। ঐশান্য আদি কোণত— সিদ্ধকুমাৰীলৈ, জ্ঞানকুমাৰীলৈ, সহজকুমাৰীলৈ, সময়কুমাৰীলৈ; তাৰ পাছত ঈশান আদিত ওঁ গোমঠলৈ, ভ্ৰামৰলৈ, লোহজংঘলৈ, ভূতনাথলৈ বুলি ক্ষেত্ৰপালসকলক

পূজা কৰি মণ্ডলৰ মাজত কামদেৱৰ পঞ্চবাণৰ পূজা কৰিব—দ্ৰাৱণলৈ, শোষণলৈ, বন্ধনলৈ, মোহনলৈ, আকৰ্ষণলৈ; ত্ৰিকোণত ভগালৈ, ভগজিহ্বালৈ, ভগাস্যালৈ, মধ্যকোণত ভগমালিনীলৈ, ভগোদৰ্যলৈ, ভগাবহালৈ; দলকেশৰৰ মাজত অনঙ্গকুসুমালৈ, অনঙ্গমেখলালৈ, অনঙ্গমদনালৈ, অনঙ্গমদনোদ্‌ভবালৈ, অনঙ্গমদনাতুৰালৈ, অনঙ্গমদনাঙ্কুশালৈ; ঐং গুপ্তকামাখ্যালৈ, ক্ষং শ্ৰীকামাখ্যালৈ, হ্ৰাং বিন্ধ্যবাসিনীলৈ, হ্ৰীং কোটীশ্বৰীলৈ, হ্ৰুং বনবাসিনীলৈ, হ্ৰৈং পাদদুৰ্গালৈ, হ্ৰৌং দীৰ্ঘেশ্বৰীলৈ, হ্ৰঃ ভুৱনেশ্বৰীলৈ। পত্ৰকিঞ্জল্কৰ (কেশৰৰ) মাজত ক্লীং বটুকলৈ নমস্কাৰ; এনেকৈ ত্ৰিপুৰাঘ্নলৈ, অগ্নিজিহ্বালৈ, অগ্নিবেতাললৈ, কাললৈ, কৰাললৈ, একপাদলৈ, ভীমনাথলৈ নমস্কাৰ; এই ক্ষেত্ৰপালসকলক উত্তৰ আদিক্ৰমেৰে পূজা কৰি অসিতাঙ্গ আদি নজন ভৈৰৱলৈ পুৰ্বাদি চাৰিওদিশত দুজন দুজনকৈ পূজা কৰিব। যথা—অসিতাঙ্গলৈ নমস্কাৰ; এনেকৈ ৰুৰুলৈ, চণ্ডলৈ, ক্ৰোধলৈ, উন্মত্তলৈ, ভয়ঙ্কৰলৈ, কপালীলৈ, ভীষণলৈ; পদ্মৰ মাজত সংহাৰীলৈ; ঈশানাদি চাৰি কোণত ব্ৰহ্মাণী আদি মাতৃক দুজনী দুজনীকৈ পূজা কৰিব; ওঁ ব্ৰহ্মাণীলৈ নমস্কাৰ, এনেকৈ ভৈৰৱীলৈ, মাহেশ্বৰীলৈ, কৌমাৰীলৈ, নাৰাসিংহীলৈ, বাৰাহীলৈ ইন্দ্ৰাণীলৈ, চামুণ্ডালৈ; ওঁ হ্ৰীং আধাৰ শক্তিলৈ নমস্কাৰ; এনেকৈ কুৰ্মলৈ, অনন্তলৈ, পৃথিৱীলৈ, ইক্ষুসমুদ্ৰলৈ, ৰত্নদ্বীপলৈ, মণিমণ্ডপলৈ, ৰত্নপ্ৰাকাৰলৈ, কল্পবৃক্ষলৈ, তাৰ তলৰ ৰত্নবেদিকালৈ; তাৰ ওপৰত হেম পৰ্যঙ্কলৈ; অগ্ন্যাদি কোণবোৰত ধৰ্মলৈ, অগ্নিলৈ, জ্ঞানলৈ, নিৰ্ঋতিলৈ, ঐশ্বৰ্যলৈ, বায়ুলৈ, বৈৰাগ্যলৈ, ঈশানলৈ; পূৰ্ব আদি দিশবোৰত অধৰ্মলৈ, ইন্দ্ৰলৈ, অজ্ঞানলৈ, যমলৈ, অনৈৰ্যলৈ বৰুণলৈ, অবৈৰাগ্যলৈ, কুবেৰলৈ; কাষত সুৰ্যমণ্ডললৈ, অগ্নিমণ্ডললৈ, সোমমণ্ডললৈ, বায়ুমণ্ডললৈ, সংসত্ত্বলৈ, ৰংৰজসলৈ, তং তমসলৈ, যোগপীঠলৈ, গুৰুৰ পাদুকাবোৰলৈ, সাৰাসনলৈ, সুখাসনলৈ, আৰাধ্যাসনলৈ, বিমলাসনলৈ, সাঙ্গোপাঙ্গলৈ, ভদ্ৰপীঠলৈ, ব্ৰহ্মাণ্ডলৈ, স্বৰ্ণডিম্বলৈ, ব্ৰহ্মালৈ, বিষ্ণুলৈ, মহেশ্বৰলৈ, সাতসাগৰলৈ, সাতদ্বীপলৈ, স্বৰ্ণদ্বীপবোৰলৈ, স্বৰ্ণমণ্ডপবোৰলৈ, পৰ্যঙ্কৰসেতে ৰক্তপদ্মলৈ, ৰত্নস্তম্ভলৈ, প্ৰেতৰূপ সদ্যোজাতাদি পঞ্চমূৰ্তিলৈ, ৰক্তপদ্মলৈ, শিৱালৈ, জগদ্ আধাৰৰূপলৈ, সিংহলৈ, জয়ন্তীলৈ, মঙ্গলালৈ, কালীলৈ, ভদ্ৰকালীলৈ, দুৰ্গালৈ, শিৱালৈ, ক্ষমালৈ, ধাত্ৰীলৈ, স্বাহালৈ, স্বধালৈ, উগ্ৰচণ্ডালৈ, প্ৰচণ্ডালৈ, চণ্ডোগ্ৰালৈ, চণ্ডনায়িকালৈ, চণ্ডালৈ, চণ্ডৱতীলৈ, চণ্ডৰূপালৈ, অতিচণ্ডিকালৈ; মণ্ডলৰ চাৰিওকাষত—আদিত্যলৈ, সোমলৈ, মঙ্গললৈ, বুধলৈ, বৃহস্পতিলৈ, শুক্ৰলৈ, শনৈশ্চৰলৈ, ৰাহুলৈ, কেতুলৈ; ইন্দ্ৰ আদি লোকপালসকলক পূজা কৰক; তাৰ পাছত বজ্ৰলৈ, শক্তিলৈ, দণ্ডলৈ, খড়্গলৈ, পাশলৈ, অঙ্কুশলৈ, গদালৈ, ত্ৰিশূললৈ, কমণ্ডলুলৈ, চক্ৰলৈ। মণ্ডলৰ মাজত কামেশ্বৰক পূজা কৰক। ফুল হাতত লৈ হাতৰ মুঠিমাৰি ধ্যান কৰক। যথা—

একমুখ, চতুৰ্ভুজ, নাথ কামেশ্বৰক, ভস্মৰে শ্বেত, হৃদিৰ মাজত ৰক্তপুষ্প আৰু

কুঙ্কুমেৰে (ৰঞ্জিত) বাওঁহাতত ত্ৰিশূল আৰু পিনাক ধাৰণ কৰা, সোঁহাত দুখনত উৎপল আৰু বীজপূৰক ধাৰণ কৰা, শ্বেতপদ্মত স্থিত দেৱক ধ্যান কৰি হ্ৰৌং কামেশ্বৰলৈ নমস্কাৰ বুলি গন্ধপুষ্পৰে পূজা কৰি কামাখ্যাক পূজা কৰিব। তেওঁৰ ধ্যান, যথা— 'সিংহৰ ওপৰত স্থিতা, বিপুল উদৰা, ব্যাঘ্ৰ চৰ্ম পৰিহিতা, কলৰ ডালৰ যাৰ উৰু, পৰমানন্দৰ সম্ভূত আৰু অট্টহাঁহিৰে উৎসৱ কৰা, অনন্ত আলোকনেৰে প্ৰীতি লাভ কৰা অষ্টাদশ চকু যাৰ আছে, সুন্দৰ মাণিক্যৰে প্ৰস্তুত কুণ্ডলে যাৰ দুই কাণ সুশোভিতা, ভ্ৰূবোৰ যাৰ ৰক্তিম, ভোমোৰাযুক্ত মালাৰে সুশোভিতা ৰৌদ্ৰী, মুকুটকোটিৰে শুভ্ৰা, সুকমল জ্যোতিৰে ৰঞ্জিতা, নানান মণিৰে আকীৰ্ণ কণ্ঠ ভূষণ ধাৰিণী, মৃণালৰ দৰে কোমল আৰু স্নিগ্ধ যাৰ দ্বাদশ বাহু আছে, অস্থিৰত্নেৰে অৰ্চিত দিব্য, সাপেৰে কৰ্কশ মালাযুক্তা, কণ্টক, আসৱ, বজ্ৰ, শূল, অঙ্কুশ, শক্তি আদি যিয়ে বাহুৰে ধাৰণ কৰিছে, দক্ষিণ বাহুত ধনু, মুণ্ড, খড়্‌গ, মৃণাল, নীলোৎপল, কপাল, পুস্তিকা, ঘণ্টা, মুণ্ডমালা ধাৰণ কৰি আছে, কোটিভাগেৰে আক্ৰান্ত যাৰ পাদপদ্ম যুগল, সিংহাসনৰ উৰ্দ্ধত সংসুপ্তা, শৱাসনক আশ্ৰয় কৰি আছে; মণিপ্ৰভাৰ বিধানেৰে পৰমেষ্ঠি শিৱৰ দ্বাৰা নতুন কেশেৰে সংশ্লিষ্টা পৰমেশ্বৰী কামাখ্যা।'—এনেদৰে ধ্যান কৰি সেই মন্ত্ৰেৰে পূজা কৰক। তাৰ ...হত কামেশ্বৰীক পূজা কৰক। যথা—ৰক্তপুষ্প হাতত লৈ যোনিমুদ্ৰা প্ৰদৰ্শন কৰি ধ্যান কৰক ঃ

বিভিন্ন অঞ্জনৰ দৰে নীল স্নিগ্ধ চুলিৰে, ছয়খন মুখ, বাৰখন হাত, ওঠৰ চকুৰে, প্ৰত্যেক্ ছয়মূৰত চন্দ্ৰাৰ্ধৰে কৰা শেখৰযুক্তা, ছয় শিৰৰ প্ৰতিটোতে যাৰ অৰ্ধেন্দু শেখৰে বিৰাজ কৰিছে, যাৰ বুকুত মণি-মাণিক্য আৰু মুকুতাৰ মালা আছে; কণ্ঠত সদায়ে সকলো অলংকাৰে শোভা কৰিছে; পুস্তক, সিদ্ধসূত্ৰ, পঞ্চবাণ আৰু শৰাসন, খড়্‌গ, শক্তি, শূল যিয়ে দক্ষিণৰ হাতবোৰেৰে ধাৰণ কৰিছে, অক্ষমালা, মহাপদ্ম, ধনু, আৰু অভয়মুদ্ৰা, চৰ্ম, পিনাক বাওঁহাতবোৰেৰে ধাৰণ কৰিছে; ঐশন্যৰ পৰা পূৱলৈ আৰু দক্ষিণৰ পৰা পশ্চিমলৈ শিৰবোৰ ক্ৰমশঃ শুক্ল, ৰক্ত, পীত, হৰিৎ আৰু কৃষ্ণ মধ্য প্ৰভৃতি বিচিত্ৰ বৰণৰ; মাহেশ্বৰীৰ মুখ শুক্ল, কামাখ্যাৰ মুখ ৰক্তবৰ্ণ, ত্ৰিপুৰাৰ পীতবৰ্ণ শাৰদাৰ হৰিৎবৰ্ণ, কামেশ্বৰীৰ কৃষ্ণবৰ্ণ, চণ্ডাৰ মুখ বিচিত্ৰ বৰ্ণ; প্ৰতি শিৰৰে চুলিবোৰ সুন্দৰ খোপা বন্ধা আছে; সিংহৰ ওপৰত সিতপ্ৰেত, তাৰ ওপৰত ৰক্ত পদ্মাসন, তাৰ ওপৰত থিতাপি লৈ ঈষৎ হাঁহি মুখেৰে বিচিত্ৰ বস্ত্ৰ আৰু ব্যাঘ্ৰ চৰ্ম পৰিহিতা (দেৱীয়ে বিৰাজ কৰিছে)।—এইদৰে কামেশ্বৰীৰ ধ্যান কৰি, কামেশ্বৰী মন্ত্ৰেৰে দেৱীক পূজা কৰিব। তাৰ পাছত কৰাল ক্ষেত্ৰপালক হাতৰ পানিকচ্ছপিকাক আবদ্ধ কৰি পূজা কৰিব।

'খড়্‌গ, খৰ্পৰ ধাৰণ কৰা, অতিশয় ওলোৱা দাঁত থকা, ভীম বৰাভয় কৰাল ক্ষেত্ৰপালক পূজা কৰক।'

—এইদৰে ধ্যান কৰি ওঁ কৰাললৈ নমস্কাৰ কৰিব। তাৰ পাছত তিন্তিড়ীক পূজা কৰক।

তিন্তিড়ী আৰু কল্পবৃক্ষ সুন্দৰ ছাঁ দিয়া ৰত্নভূষিতজনক বুলি ধ্যান কৰি উক্ত মন্ত্ৰেৰে পূজা কৰক।

তাৰ পাছত নীল শৈলক পূজা কৰক। 'ত্ৰিকুট, কৃষ্ণবৰ্ণ মহাদ্যুতি নীলশৈল' বুলি ধ্যান কৰি সেই একে মন্ত্ৰেৰে পূজা কৰিব।

তাৰ পাছত মনোভৱ গুহাক পূজা কৰিব।

'পঞ্চব্যাম আয়তনা ৰক্ত মণ্ডল সংযুক্তা ৰক্তবৰ্ণা, সুবৰ্তুল মনোভৱ গুহা'ক ধ্যান কৰি সেই মন্ত্ৰেৰে পূজা কৰিব।

তাৰ পাছত কল্পবল্লী পূজা—

'তিনিব্যাম বিস্তৃতা, আৰক্তবৰ্ণা, সততে কুসুমেৰে উপশোভিতা অপৰাজিতা বল্লী'ক ধ্যান কৰি সেই মন্ত্ৰেৰে পূজা কৰিব।

তাৰ পাছত কম্বলৰ পূজা কৰক ঃ

'স্বৰ্ণবৰ্ণ, কজাসন (পদ্মাসন), দ্বিভুজ—দক্ষিণত দণ্ডপাণি, বামত কপালক লৈ থকা, কম্বল নামে বটুকক বিঘ্ন বিপৰ্যয়ৰ বাবে দেৱী আগত থকা তেওঁক ধ্যান কৰক' বুলি ধ্যান কৰি সেই মন্ত্ৰেৰে পূজা কৰিব।

তাৰ পাছত পাণ্ডুনাথৰ পূজা কৰক ঃ

'ৰক্ত আৰু গৌৰবৰ্ণ, চতুৰ্ভুজ, গদা, পদ্ম, শক্তি, চক্ৰ হাতত লৈ থকা দেৱীৰ সমুখত বিৰাজ কৰা এই বিষ্ণুস্বৰূপ ভৈৰৱ আৰু পাণ্ডুনাথ পূজ্য' এই বুলি ধ্যান কৰি পূজা কৰিব।

তাৰ পাছত শ্মশানক পূজা কৰক ঃ

'ৰক্তবৰ্ণ ভয়ঙ্কৰ, অসি আৰু চৰ্মধৰ, মানুহৰ মাংস ভক্ষণ কৰি থকা ৰৌদ্ৰ, তিনিডাল মুণ্ডমালা ৰক্ত বৈ থকা (অৱস্থাতে ধাৰণ কৰা), অগ্নিৰে নিঃশেষে দগ্ধ কৰা অস্ত্ৰ গ্ৰহণ কৰা প্ৰেতৰ ওপৰত স্থিত, শৱবাহন যাৰ ভূষণ তেনে হেৰুক নামে শ্মশানক পূজা কৰক'—এই বুলি ধ্যান কৰি সেই মন্ত্ৰেৰে পূজা কৰিব।

তাৰ পাছত মহোচ্ছ্বাসাক ধ্যান কৰি সেই মন্ত্ৰেৰে পূজা কৰিব। তাৰ পাছত চন্দ্ৰাৱতী পুৰীৰ পূজা কৰিব।

'দুই যোজন বিস্তীৰ্ণ, আধা যোজন উচ্চ, অনেক উচ্চ প্ৰাসাদ আৰু গৃহেৰে বিভূষিতা, মণিৰত্ন সুবৰ্ণ উৰ্মিমালা বিস্তৃত প্ৰাসাদযুক্তা, অনেক ক্ৰীড়া সৰোবৰ আৰু ছটা শৃঙ্গৰূপ কেশেৰে সুশোভিত নীল পৰ্বতৰ পুৰত থকা দেৱীৰ চন্দ্ৰাৱতী পুৰী' সংযুক্তা বুলি ধ্যান কৰি 'ওঁ চন্দ্ৰাৱতীলৈ নমস্কাৰ জনাই পূজা কৰিব।

তাৰ পাছত লৌহিত্যক পূজা কৰক ঃ

'ৰক্ত আৰু গৌৰ বৰ্ণ, নীলবসন পৰিহিত, ৰত্নমালাযুক্ত, চাৰি বাহু থকা—পুস্তক,

শ্বেতপদ্ম, দক্ষিণৰ দুহাতত আৰু শক্তি আৰু ধ্বজা বামহাতত লৈ থকা, শিশুমাৰত (শিহুত?) অৱস্থিত লৌহিত্যক' ধ্যান কৰি 'ওঁ স্বাহা' এই মন্ত্রেৰে পূজা কৰিব।

ইয়াৰ পাছত দ্বিতীয়া ত্রিপুৰাক, ধ্যাণ কৰক; যেনেকৈ যোগমুদ্রা বদ্ধ কৰি—

বন্ধুক ফুলৰ দৰে জটা-জুট চন্দ্রেৰে শোভিতা, সকলো সুলক্ষণযুক্তা, সকলো অলংকাৰেৰে ভূষিতা, সূৰ্যৰ দৰে উজ্জ্বলবৰ্ণা, ৰত্ন পৰ্যঙ্কত অৱস্থিতা, মুক্তা ৰত্নাৱলীযুক্তা, পীনোন্নীত পয়োধৰা, ত্রিবলীভঙ্গত চতুৰা, চন্দ্ৰৰ জেউতিৰে আমোদিতা, চকুত আনন্দৰ চিহ্ন লৈ, শুভ্রা, জগতক ক্ষুব্ধ কৰা, ত্রিনেত্রা, যোনিমুদ্রাত থাকি ঈষৎ হাঁহি মাৰি, নৱ যৌৱনসম্পন্না, মৃণালৰ দৰে চাৰি হাতৰ—বাম উৰ্ধ্ব হাতত পুস্তক, দক্ষিণ উৰ্ধ্বহাতত অক্ষমালা, তলৰ বাওঁহাতত অভয় মুদ্রা আৰু তলৰ সোঁহাতত বৰদ মুদ্রা লৈ ৰক্তবৰ্ণা, সূৰ্যৰ দৰে উজ্জ্বল কান্তিময়ী, শিৰত মালা পিন্ধি, আপাদ লম্বিনী দেৱীয়ে কল্পবৃক্ষক আশ্রয় কৰি, কামত আনন্দিতা দেৱীয়ে কদম্ব উপবনত বিৰাজ কৰিছে'—বুলি ধ্যান কৰি, 'আহা দেৱী শুভাবৰ্তা' ইত্যাদি মন্ত্রেৰে আৰোহণ কৰি ক্লীং হ্রীং এই মন্ত্রেৰে আসন আদি পুনৰ আচমন দি সকলো উপচাৰেৰে আৰাধনা কৰি ওঁ নাৰায়ণীক জানি লৈ চণ্ডীকাক আৰাধনা কৰোঁ; সেই কুৱজীয়ে মোক প্রেৰণা দিয়ক' বুলি গায়ত্রীৰে স্নানীয় নিবেদন কৰি বস্ত্রাদি বন্দনাৰে বিবিধ উপচাৰেৰে পূজা কৰিব। তাৰ পাছত প্রথম ত্রিপুৰা পূজাৰ দৰে আৱৰণ দেৱতাৰ পূজা কৰি, জপ কৰি, স্তুতি কৰি প্রণাম জনাব।

তাৰ পাছত যোনিমুদ্রাবদ্ধ হৈ তৃতীয় ত্রিপুৰাৰ ৰূপ মনতে চিন্তা কৰিব ঃ—

'জবা কুসুমৰ দৰে ৰক্তবৰ্ণা, মুক্তকেশী, শুভাননা, হাঁহি হাঁহি সদাশিৱক প্রেতৰ দৰে পেলাই লৈ সেই দেৱৰ হৃদয়স্থ উৰ্ধ্ব পদ্মাসনত থিতাপি লোৱা, ৰক্তোৎপলত আশ্রিতা, মুণ্ডমালা ডিঙিত ধাৰণ কৰি থকা, পীনোন্নত পয়োধৰা, চতুৰ্ভূজা, নগ্না দেৱীয়ে সোঁফালৰ ওপৰৰ হাত অক্ষমালা, তলৰ হাতত বৰদ মুদ্রা, বাওঁফালৰ ওপৰৰ হাতত অভয় মুদ্রা আৰু তলৰ হাতত পুস্তক ধাৰণ কৰা, ত্রিনেত্রা, হাঁহিমুৱা, সৰ্বাঙ্গসুন্দৰী দেৱীয়ে বৈ পৰা ৰুধিৰ ভোগ কৰি আতুৰ হৈ আছে।'—এনেদৰে 'আহা দেৱী', ইত্যাদি মন্ত্রেৰে আৱাহন কৰি ঐং ক্লীং হ্রীং এই মন্ত্রেৰে আসন আদি কৰি পুনৰ আচমনক শেষ কৰি সকলো উপচাৰেৰে আৰাধনা কৰি 'ওঁ মহামায়াক জানি লৈ সম্মোহিনীক আৰাধনা কৰো চণ্ডীয়ে আমাক প্রেৰণা দিয়ক'—বুলি স্নানীয় জল নিবেদন কৰি বস্ত্রকে আদি কৰি বন্দনাকে শেষ কৰি উপচাৰেৰে আৰাধনা কৰি আৱৰণসকলৰ পূজা কৰিব। যথা—

হ্রাং হৃদয়লৈ নমস্কাৰ বুলি ছয় অঙ্গক পূজা কৰি হৃদয়, শিৰ, শিখা, বৰ্ম, নেত্র, মুখ, বাহু, পদ আদিত মূল মন্ত্ৰৰ অক্ষৰেৰে পূজা কৰি পদ্ম পত্রবোৰত উশুৰৰ পৰা ক্রমে পূজা কৰিব।

ওঁ ব্রহ্মালৈ নমস্কাৰ। এনেদৰে মাধৱলৈ, শম্ভুলৈ, ভাস্কৰলৈ পাতবোৰত, ঈশান

আদি ক্ৰমেৰে জয়ন্তীলৈ, অপৰাজিতালৈ, বিজয়ালৈ, জয়ালৈ; ত্ৰিকোণত কেশৰৰ মাজত কামলৈ, প্ৰীতিলৈ, ৰতিলৈ, দ্ৰাৱণলৈ, শোষণলৈ, বন্ধনলৈ, মোহনলৈ, আকৰ্ষণলৈ, পুষ্পধনুলৈ, অক্ষমালালৈ, পুষ্পশৰলৈ, পদ্ম পৰ্যঙ্কলৈ; তাৰ ওপৰত পৈতলৈ,; তাৰো ওপৰত পদ্মলৈ, শিৱলৈ বুলি জপ কৰি, স্তুতি কৰি, প্ৰণা জনাই ঐশান্য কোণত ত্ৰিপুৰা চণ্ডিকালৈ নমস্কাৰ জনাই নিৰ্মাল্যবাসিনীক পূজা কৰিব। এনেদৰে ত্ৰিপুৰাৰ মূৰ্তিভেদে তিনিটা তিনিটা ভাগ কৰি নৱধা পূজা কৰিব।

## কামেশ্বৰী পূজা

ক্লীং মদনতত্ত্বলৈ নমস্কাৰ কৰি কামেশ্বৰীৰ মণ্ডলক পূজা কৰি ধ্যান কৰক ঃ

প্ৰকৃষ্টভাবে ভিন্ন বুলি শঙ্কা কৰা নীল স্নিগ্ধ চুলিৰে ছখন মুখ, দ্বাদশভুজ আৰু অষ্টাদশ চক্ষুযুক্তা, ছয় মূৰৰ প্ৰতিটো অৰ্ধচন্দ্ৰই শোভা কৰা, মণি, মাণিক, মুকুতা আদিৰে গাঁঠা সুন্দৰ মালা ডিঙিত পিন্ধি, সৰ্বদা সকলো অলংকাৰেৰে বিভূষিতা, পুস্তক, সিদ্ধসূত্ৰ, পঞ্চবাণ, ধনু, খড়্গ, শক্তি, শূল প্ৰভৃতি অস্ত্ৰ সোঁফালৰ হাতবোৰেৰে ধাৰণ কৰি, অক্ষমালা, মহাপদ্ম, ধনু মুদ্ৰা অভয়মুদ্ৰা, চৰ্ম আৰু পিনাক বাওঁফালৰ হাতবোৰেৰে ধাৰণ কৰি, শুক্ল, ৰক্ত, পীত, হৰিৎ, কৃষ্ণ তথা বিচিত্ৰ বৰ্ণ ঐশ্যান্যৰ পূবলৈ তথা দক্ষিণ, পশ্চিম তথা উত্তৰ আৰু মধ্যৰ শিৰবোৰ ক্ৰমে ধাৰণ কৰিছে; অৰ্থাৎ মাহেশ্বৰীৰ মুখ শুক্লবৰ্ণ, কামাখ্যাৰ ৰক্তবৰ্ণ, ত্ৰিপুৰাৰ পীতবৰ্ণ, শাৰদাৰ হৰিৎবৰ্ণ, কামেশ্বৰীৰ মুখ কৃষ্ণবৰ্ণ আৰু চামুণ্ডাৰ মুখ চিত্ৰ। প্ৰতিটো মূৰৰ চুলিবোৰ সুন্দৰকৈ বেণীবদ্ধ; সিংহৰ ওপৰত সিত প্ৰেত, তাৰ ওপৰত ৰক্ত পদ্ম, তাৰ ওপৰত ইষৎভাৱে হাঁহি থকা কামেশ্বৰীয়ে বিচিত্ৰ বস্ত্ৰ আৰু ব্যাঘ্ৰচৰ্ম ধাৰণ কৰি বিৰাজ কৰিছে।—এনেদৰে ধ্যান কৰি নিজ আত্মভেদেৰে বিশেষভাৱে চিন্তা কৰি নিজৰ মূৰত ফুল লৈ কৰাঙ্গবোৰৰ ন্যাস কৰিব। যথা—

দুই অঙ্গুষ্ঠলৈ নমস্কাৰ, দুই তৰ্জনীলৈ নমস্কাৰ, দুই অনামিকালৈ নমস্কাৰ, দুই কনিষ্ঠালৈ নমস্কাৰ দুই কৰতলৰ পিঠিলৈ নমস্কাৰ। এনেদৰে হৃদয়, শিৰ, শিখা, কবচ, নেত্ৰবোৰত নমস্কাৰ কৰিব; তেনেকৈ মুখ, বাহু, কুক্ষি, গুহ্য, জানুদ্বয়, দুপাদত বিন্যাস কৰি আগৰ দৰে অৰ্ঘ্যপাত্ৰ সংস্থাপন কৰি মূলমন্ত্ৰটো আঠবাৰ জপ্ কৰি, সেই জলেৰে নিজক আৰু পূজাৰ উপকৰণবোৰত পানী ছটিয়াব আৰু পীঠ পূজা কৰিব; যথা—

পূব দুৱাৰত কামতত্ত্বলৈ, দক্ষিণত প্ৰীতিতত্ত্বলৈ, পশ্চিমত ৰতি তত্ত্বলৈ, উত্তৰত মোহনতত্ত্বলৈ, ঐশান্যত গণেশলৈ, আগ্নেয়ত অগ্নিবেতাললৈ, নৈৰ্ঋতীত কাললৈ, বায়ব্যত নন্দীলৈ, পশ্চিমত ওড্ৰপীঠলৈ, ওড্ৰেশ্বৰীলৈ, কাত্যায়নীলৈ, জগন্নাথলৈ, ওড্ৰেশলৈ, উত্তৰত জালশৈললৈ, জালেশ্বৰীলৈ, চণ্ডীলৈ, জালেশ্বৰলৈ, দীৰ্ঘিকালৈ, উগ্ৰচণ্ডালৈ,

দক্ষিণত পূৰ্ণশৈললৈ, পূৰ্ণেশ্বৰীলৈ, পূৰ্ণনাথলৈ, সৰোজলৈ, চণ্ডিকালৈ, উদ্‌গমনীলৈ, শান্তালৈ, অম্বিকালৈ; পূবত কামৰূপলৈ, কামেশ্বৰীলৈ, নীলপৰ্বতলৈ, নাথ কামশ্বৰলৈ, কৰাললৈ, চিঞ্চবৃক্ষলৈ, ত্ৰিকূটলৈ, মনোভৱ গুহালৈ, অপৰাজিতালৈ, পাণ্ডুনাথলৈ, হেৰুকলৈ, মহোচ্ছ্বাসালৈ, চন্দ্ৰৱতীলৈ, লোহিত্যলৈ, দিবৃঃৰবাসিনীলৈ, ভদ্ৰপীঠবোৰৰ ক্ষেত্ৰপাল সকললৈ, গুৰুৰ পাদুকাবোৰলৈ, জলপীশলৈ, কেদাৰলৈ; পূবত মহাগণপতিলৈ, পশ্চিমত হনুমানলৈ, নন্দীলৈ; উত্তৰত ভৃঙ্গীলৈ, যোগিনীসকললৈ, বটুকসকললৈ, মাজত পঞ্চবাণবোৰলৈ, ষট্‌কোণৰ আগবোৰত—ভগালৈ, ভগাস্যালৈ, ভগমালিনীলৈ, ভগোদয়ীলৈ, ভগাবহালৈ, গণক্ৰীড়ালৈ, গণনাথলৈ, গণাধ্যক্ষলৈ, গণেশলৈ, বিদ্যালৈ, শান্তিলৈ, নিবৃত্তিলৈ, প্ৰতিষ্ঠালৈ, সিদ্ধপুত্ৰলৈ, জ্ঞানপুত্ৰলৈ, সহজপুত্ৰলৈ, সময়পুত্ৰলৈ, শ্ৰীং শ্ৰিয়ালৈ নমস্কাৰ কৰি প্ৰত্যেককে বটুকান্তৰে পূজা কৰিব। সিদ্ধকুমাৰীলৈ, জ্ঞানকুমাৰীলৈ, সময় কুমাৰীলৈ, তাৰ পাছত কামলৈ, ৰতিলৈ, প্ৰীতিলৈ, অনঙ্গকুসুমালৈ, অনঙ্গমেখলালৈ, অনঙ্গমদনালৈ, অনঙ্গমদনোদ্‌ভৱালৈ, অনঙ্গমদনোত্তৰালৈ অনঙ্গমদনাঙ্কুৰলৈ, অসিতলৈ, ৰুৰুলৈ, চণ্ডলৈ, ক্ৰোধলৈ, উন্মত্তলৈ, ভয়ঙ্কৰলৈ, কপালীলৈ, ভীষণলৈ, সংহাৰীলৈ, মাহেশ্বৰীলৈ, নাৰসিংহীলৈ, বাৰাহীলৈ, ইন্দ্ৰানীলৈ, ব্ৰহ্মাণীলৈ, ভৈৰৱীলৈ, চামুণ্ডালৈ, ওঁ হ্ৰীং আধাৰ শক্তিলৈ নমস্কাৰ। এনেদৰে কূৰ্মলৈ, অনন্তলৈ, পৃথিৱীলৈ, ইক্ষুসমুদ্ৰলৈ, ৰত্নদ্বীপলৈ, মণিমণ্ডপলৈ, ৰত্নপ্ৰাকাৰলৈ, কল্পবৃক্ষলৈ, তাৰ তলত ৰত্নবেদিকালৈ, তাৰ ওপৰত হেমপৰ্যঙ্কলৈ; অগ্নি আদি কোণত ধৰ্মলৈ, অগ্নিলৈ, সূৰ্যলৈ, জ্ঞানলৈ, নিৰ্ঋতিলৈ, সোমলৈ, ঐশ্বৰ্যলৈ, বায়ুলৈ, মঙ্গললৈ, বৈৰাগ্যলৈ, ঈশানলৈ, বুধলৈ। পূব আদি দিশত—অধৰ্মলৈ, ইন্দ্ৰলৈ, বৃহস্পতিলৈ, অজ্ঞানলৈ, যমলৈ, শুক্ৰলৈ, অনৈশ্বৰ্যলৈ, বৰুণলৈ, শনৈশ্চৰলৈ, অবৈৰাগ্যলৈ, কুবেৰলৈ, ৰাহুলৈ, উগ্ৰচণ্ডালৈ, প্ৰচণ্ডালৈ, চণ্ডোগ্ৰালৈ, চণ্ডনায়িকালৈ, চণ্ডালৈ, চণ্ডৱতীলৈ, চণ্ডৰূপালৈ, অতিচণ্ডিকালৈ; মাজত—শ্বেতকুণপালৈ নমস্কাৰ বুলি পীঠ পূজা কৰি আগৰ দৰে ধ্যান কৰি মনতে ষোড়শ উপচাৰেৰে হৃৎপদ্মক পূজা কৰি দক্ষিণ নাকেৰে নিঃসাৰণ কৰি দুটা ফুল সংযোগ কৰি মণ্ডলত আৰোপ কৰি আৱাহন কৰক; যথা—

মহাদেৱী সৰ্বকামেশ্বৰীক পৰা দেৱীক আৱাহন কৰক। হে কামেশ্বৰী, ইয়ালৈ আহা, মোৰ ওচৰত সন্মুখী হোৱা। কামেশ্বৰী জানো, কামাখ্যাক আৰাধনা কৰো, দেৱী কুব্জীয়ে প্ৰেৰণা দিয়াক।' আহা আহা ভগৱতি, হে অম্বা, হে লোকানুহগ্ৰহকাৰিণি; হে কামেশা, কামৰূপা, ত্বকামকান্তা, মোৰ প্ৰতি প্ৰসন্ন হোৱা। এনেদৰে আৱাহন কৰি গায়ত্ৰীৰে সংস্থাপন কৰি মূলমন্ত্ৰেৰে ষোড়শ উপচাৰেৰে সম্যক্‌ভাৱে পূজা কৰি আৱৰণসকলক পূজা কৰিব।

মাজত—সিদ্ধেশ্বৰলৈ, কোটিলিঙ্গলৈ, হেৰুকলৈ, আম্ৰাতকেশ্বৰলৈ, কামেশ্বৰলৈ,

ব্ৰহ্মালৈ, বিষ্ণুলৈ, ৰুদ্ৰলৈ, ঈশ্বৰলৈ, সদাশিৱলৈ, নীলশৈললৈ, পাণ্ডুনাথলৈ, মাধৱলৈ, উমানন্দলৈ।

তাৰ পাছত পূৰ্বোক্ত চৌষষ্টিজনী যোগিনীক পূজা কৰি দেৱীৰ অস্ত্ৰবোৰৰ পূজা কৰিব। দক্ষিণত পুস্তকলৈ, সিদ্ধসূত্ৰলৈ, পঞ্চবাণলৈ, বৰলৈ, খড়্গলৈ, শক্তিলৈ, শূললৈ, বামফালত অক্ষমালালৈ, মহাপদ্মলৈ, কোদণ্ডলৈ, অভয়লৈ, চৰ্মলৈ, পিনাকলৈ; ষড়ঙ্গমন্ত্ৰেৰে ষড়ঙ্গক পূজা কৰি, অঙ্গন্যাস মন্ত্ৰেৰে আঠ অঙ্গক পূজা কৰি পদ্মৰ পূৰ্ব: আদি অষ্টদলত যোগিনীসকলৰ পূজা কৰিব। আং গুপ্ত কামাখ্যালৈ, শং শ্ৰীকামাখ্যালৈ, ভং বিন্ধ্যবাসিনীলৈ, পং কোটীশ্বৰীলৈ, ফং বনবাসিনীলৈ, টং পাদদুৰ্গালৈ, মং দীৰ্ঘেশ্বৰীলৈ, গং প্ৰকট ভুৱনেশলৈ; ষট্‌কোণবোৰৰ মাজত ঐশান্য আদি ক্ৰমেৰে ক্লীং কামাখ্যালৈ; এনেদৰে ত্ৰিপুৰালৈ, শাৰদালৈ, মহোৎচ্ছ্বাসালৈ, প্ৰকটভুৱনেশ্বৰলৈ, সিদ্ধকামেশ্বৰীলৈ। তাৰ পাছত অষ্ট পুষ্পিকাৰে অষ্টধা পূজা কৰি, জপ কৰি, স্তুতি কৰি, প্ৰণাম জনাই ঐশান্যত সিদ্ধচণ্ডালৈ নমস্কাৰ কৰি নিৰ্মাল্যবাসিনীক যজন কৰিব।

## শাৰদা পূজা

প্ৰথমতে চণ্ডিকাৰূপ আদিত্যক ধ্যান কৰি শিলাতলত সিদ্ধিৰ বাবে অক্ষত আৰু ফুলেৰে অৰ্ঘ্য দান কৰি বৈষ্ণৱীতন্ত্ৰত কোৱা ক্ৰমেৰে অৰ্ঘ্য আদি স্থাপন কৰি মাতৃকা ন্যাস সম্পাদন কৰি ষডঙ্গন্যাস কৰিব।

ওঁ দুৰ্গে অঙ্গুষ্ঠদ্বয়লৈ নমস্কাৰ, দুৰ্গে তৰ্জনীদুইলৈ স্বাহা, ওঁ দুৰ্গালৈ মধ্যমাদুইলৈ বষট্, ওঁ ভূতৰক্ষণি অনামিকাদ্বয়লৈ হুং, ওঁ দুৰ্গে দুৰ্গে ৰক্ষণি কণিষ্ঠাদ্বয়লৈ বৌষট্, ওঁ দুৰ্গে দুৰ্গে ৰক্ষণি কৰতলদ্বয়লৈ ফট্—এনেকৈ ওঁ দুৰ্গে হৃদয়লৈ নমস্কাৰ ইত্যাদি। তাৰ পাছত বৈষ্ণৱীতন্ত্ৰত কোৱা ক্ৰমেৰে বিশেষ অৰ্ঘ্য স্থাপন কৰি যোগপীঠৰ ধ্যান কৰি পীঠ পূজা কৰা উচিত। যথা—

মাজত—ওঁ হ্ৰীং আধাৰ শক্তিলৈ নমস্কাৰ; এনেদৰে প্ৰকৃতিলৈ, কুৰ্মলৈ, অনন্তলৈ, পৃথিৱীলৈ, ইক্ষুসমুদ্ৰলৈ, ৰত্নদ্বীপলৈ, মণিমণ্ডপলৈ, কল্পবৃক্ষলৈ, ৰত্নবেদিকালৈ নমস্কাৰ জনাই, অগ্ন্যাদিকোণত ধৰ্মলৈ, জ্ঞানলৈ, অনৈশ্বৰ্যালৈ, অবৈৰাগ্যলৈ, ইন্দ্ৰলৈ, যমলৈ, বৰুণলৈ, কুবেৰলৈ; উৰ্ধ্বত ব্ৰহ্মালৈ, তলত অনন্তলৈ, দুকাষত সূৰ্যমণ্ডললৈ, অগ্নিমণ্ডললৈ, চন্দ্ৰমণ্ডললৈ, বায়ুমণ্ডললৈ, সং সত্বলৈ, ৰং ৰজসলৈ, তং তমসলৈ, যোগপীঠলৈ, গুৰুৰ পাদুকাবোৰলৈ; পদ্মৰ মাজত সুমেৰুলৈ, মণ্ডলৰ পূবত জয়ন্তীলৈ, মঙ্গলালৈ, কালীলৈ, ভদ্ৰকালীলৈ, কপালিনীলৈ, দুৰ্গালৈ, শিৱালৈ; উত্তৰত ওঁ নাথ কামেশ্বৰলৈ, কামেশ্বৰীলৈ, কৰাললৈ, ক্ষেত্ৰপাললৈ, চিঞ্চকল্পবৃক্ষলৈ, ত্ৰিকূটলৈ, অপৰাজিতালৈ, পাণ্ডুনাথলৈ, ভৈৰৱলৈ, শ্মশানলৈ, হেৰুকলৈ, মহোৎচ্ছ্বাসালৈ, যোগিনীলৈ, চন্দ্ৰৱতীপুৰীলৈ,

লৌহিত্যনদৰাজলৈ, চতুঃষষ্টিপীঠ দেৱতালৈ; পশ্চিমত মণিকৰ্ণলৈ, চিত্ৰকৰ্ণলৈ, ভস্মকূটলৈ, শ্বেতবৰাহলৈ, নীলবৰাহলৈ, চিত্ৰবৰাহলৈ, মণিকূটলৈ, নন্দনলৈ; দক্ষিণত—জল্পীশলৈ, কেদাৰলৈ, দিক্কৰবাসিনীলৈ, ধাত্ৰীলৈ, স্বাহালৈ, স্বধালৈ, মানস্তোকালৈ, অপৰাজিতালৈ।

চাৰিদিশত—চতুঃষষ্টি যোগিনীলৈ; আদিত্যলৈ নমস্কাৰ; এনেকৈয়ে সোমলৈ, মঙ্গললৈ, বুধলৈ,বৃহস্পতিলৈ, শুক্ৰলৈ শনেশ্চৰলৈ, ৰাহুলৈ, কেতুলৈ, ইন্দ্ৰলৈ, অগ্নিলৈ, যমলৈ, নিৰ্ঋতিলৈ, বৰুণলৈ, বায়ুলৈ, কুবেৰলৈ, ঈশানলৈ, ব্ৰহ্মালৈ, অনন্তলৈ নমস্কাৰ কৰি পূজা কৰি অসিতাঙ্গলৈ, ৰুৰুলৈ, চণ্ডলৈ, ক্ৰোধলৈ, উন্মত্তলৈ, ভয়ঙ্কৰলৈ, কপালীলৈ, ভীষণলৈ, সংহাৰীলৈ, ব্ৰহ্মাণীলৈ, ভৈৰৱীলৈ, মাহেশ্বৰীলৈ, কৌমাৰীলৈ, বৈষ্ণৱীলৈ, নাৰসিংহীলৈ, বাৰাহীলৈ, ইন্দ্ৰাণীলৈ, চামুণ্ডালৈ—সকলোতে প্ৰণৱেৰে আৰম্ভ কৰি নমোৰে শেষ কৰি পূজা কৰিব।

মণ্ডলৰ পূবৰ দুৱাৰত কামতত্ত্বলৈ, দক্ষিণত প্ৰীতিতত্ত্বলৈ, পশ্চিমত ৰতিতত্ত্বলৈ, উত্তৰত মোহনতত্ত্বলৈ, ঐশান্যত গণেশলৈ, আগ্নেয়ত অগ্নিবেতাললৈ, নৈৰ্ঋতীত কাললৈ, বায়ব্যত নন্দীলৈ, পশ্চিমত ওড্ৰপীঠলৈ, ওড্ৰেশ্বৰীলৈ, কাত্যায়নীলৈ, জগন্নাথলৈ; উত্তৰত জাল শৈললৈ, জালেশ্বৰীলৈ, চণ্ডিকালৈ, দীৰ্ঘিকালৈ, উগ্ৰদণ্ডালৈ; দক্ষিণত পূৰ্ণশৈললৈ, পূৰ্ণনাথলৈ, মহানাথলৈ, সৰোজলৈ, চণ্ডিকালৈ, উদ্‌গমনীলৈ, শম্ভুলৈ, অম্বিকালৈ; পূবত—কামৰূপ মহাপীঠলৈ; মণ্ডলৰ মাজত—দ্ৰাৱণলৈ, শোষণলৈ, বন্ধনলৈ, মোহনলৈ, আকৰ্ষণলৈ; ছয় কোণৰ আগভাগত—ভগালৈ, ভগজিহ্বালৈ, ভগাস্যালৈ, ভগমালিনীলৈ, ভগোদৰীলৈ, ভগাবহালৈ; আকৌ চাৰিও দুৱাৰত গ্লৌংগণেশলৈ, গণাধ্যক্ষলৈ, গণনাথলৈ, গণক্ৰীড়লৈ, বিদ্যালৈ, শান্তিলৈ, নিবৃত্তিলৈ, প্ৰতিষ্ঠালৈ, সিদ্ধপুত্ৰলৈ, জ্ঞানপুত্ৰলৈ, সহজপুত্ৰলৈ, সময়পুত্ৰলৈ, সিদ্ধকুমাৰীলৈ, সহজকুমাৰীলৈ, জ্ঞানকুমাৰীলৈ, সময়কুমাৰীলৈ, পৰতত্ত্বলৈ, আত্মতত্ত্বলৈ, ঊৰ্ধ্বচ্ছদনলৈ, অধচ্ছদনলৈ, সাৰাসনলৈ, সুখাসনলৈ, আৰাধ্যাসনলৈ, বিমলাসনলৈ, সাঙ্গোপাঙ্গ ভদ্ৰপীঠলৈ; মধ্যত—ব্ৰহ্মাণ্ডলৈ, স্বৰ্ণদ্বীপলৈ, ব্ৰহ্মালৈ, বিষ্ণুলৈ, মহেশ্বৰলৈ, সপ্তসাগৰলৈ, স্বৰ্ণদ্বীপলৈ, ৰক্তপদ্মলৈ, ৰত্ন পৰ্যঙ্কলৈ, ৰত্নস্তম্ভলৈ; তাৰো মাজত হ্ৰীং, ক্লীং ক্ষৌং ক্ষুঃ পঞ্চপ্ৰেতলৈ; তাৰ ওপৰত ৰক্তপদ্মলৈ; তাৰ ওপৰত শৱৰূপ শিৱলৈ; তাৰ ওপৰত বজ্ৰনখদংষ্ট্ৰায়ুধলৈ, জগদাধাৰ ৰূপলৈ, মহাসিংহাসনলৈ নমস্কাৰ জনাই পীঠ পূজা কৰি ৰক্তপুষ্প হাতত লৈ হ্ৰীং বুলি যোনিমুদ্ৰাবদ্ধ হৈ ধ্যান কৰিব; যথা—

অৰ্ধচন্দ্ৰ শেখৰেৰে শোভিত জটাভাৰেৰে সমাযুক্ত, ত্ৰিনেত্ৰেৰে সংযুক্তা, পূৰ্ণচন্দ্ৰৰ দৰে মুখেৰে, তপ্ত কাঞ্চনৰ দৰে বৰণৰ, (নিজ বাহনত) সুপ্ৰতিষ্ঠিতা, সুন্দৰ চকুযুৰিৰে, নবীন যুৱতী, সকলো আভৰণেৰে বিভূষিতা, দেৱী সুন্দৰ দাঁত দুপাৰীৰে, পীন আৰু উন্নত পয়োধৰা, তিনি ঠাইত তিনি ভঙ্গিমাযুক্তা, যিয়ে মহিষাসুৰক মৰ্দন কৰিছে; মৃণালৰ

দৰে সুকোমল দশ বাহুযুক্তা, দক্ষিণ বাহুবোৰত (ওপৰৰ পৰা ক্ৰমে) ত্ৰিশূল, খড়্গ আৰু চক্ৰ ক্ৰমাৎ তললৈ, তীক্ষ্ণবাণ, শক্তি দক্ষিণত সন্নিবেশ কৰিব; খেতক (দাখৰ), পূৰ্ণধনু, পাশ, অঙ্কুশ, ঘণ্টা, পৰশু ক্ৰমশঃ বাওঁ হাতবোৰত সন্নিবিষ্ট থাকিব; মহিষ আৰু তাৰ কটা মূৰ দেৱীৰ (ভৰিৰ) তলত দেখুৱাব। শিৰশ্ছেদ কৰা মহিষৰ পৰা উদ্ভৱ হোৱা খড়্গপাণি দানৱক শূলেৰে ভেদ কৰা হৃদয়ৰ পৰা ওলোৱা তন্ত্ৰেৰে বিভূষিত যেন দেখা যাব। ৰক্তেৰে ৰঞ্জিত অঙ্গ, ৰক্তৰে বিস্ফুৰিত চকু, নাগপাশেৰে বেষ্টিত হৈ ভ্ৰূকুটি কুটিল মুখেৰে, সেই দানৱৰ চুলিত দুৰ্গাৰ দ্বাৰা পাশৰ সৈতে বামহাতেৰে ধৰা (দেখুৱাব)। দেৱীৰ বাহন সিংহৰ মুখেৰে তেজ বমি কৰা দেখুৱাব। দেৱীৰ দক্ষিণ পাদ সিংহৰ ওপৰত সমানে থকা দেখুৱাব আৰু বাওঁভৰিৰ অঙ্গুষ্ঠই মহিষক স্পৰ্শ কৰি থকাটো সিংহৰ তুলনাত ওপৰত থকা দেখুৱাব। দেৱগণৰ দ্বাৰা স্তূয়মান তেওঁৰ ৰূপ সন্নিবেশ কৰিব। উগ্ৰচণ্ডা, প্ৰচণ্ডা, চণ্ডোগ্ৰা, চণ্ডনায়িকা, চণ্ডা, চণ্ডৱতী, চণ্ডৰূপা আৰু অতিচণ্ডিকা এই আঠ শক্তিৰে সততে পৰিবেষ্টিতা। জগতৰ ধাত্ৰীৰূপা ধৰ্মকামাৰ্থ মাক্ষদা দেৱীক (এনেদৰে) চিন্তা কৰক।

এইদৰে ধ্যান কৰি একাগ্ৰমনেৰে প্ৰত্যক্ষ কৰি হৃদয়ত ষোড়শ উপচাৰেৰে সম্যকৰূপে যং বুলি বায়ু বীজ উচ্চাৰণ কৰি সোঁ নাকেৰে বায়ু নিঃসাৰণ কৰি হ্ৰীং মন্ত্ৰ উচ্চাৰণ কৰি দেৱীক আৱহন কৰিব ঃ

আহা আহা দেৱি, হে পৰম ঈশানি মোৰ ওচৰলৈ আহা; হে শাৰদা ইয়াত মণ্ডলত এই পূজাভাগ গ্ৰহণ কৰা। হে দুৰ্গাদেৱী, সকলো সহচৰীৰে সৈতে ইয়ালৈ আহা, এই পূজাভাগ গ্ৰহণ কৰা, এই যজ্ঞ ৰক্ষা কৰা, তোমাক নমস্কাৰ কৰিছো। ওঁ নাৰায়ণীক জানিলো, চণ্ডিকাক আৰাধনা কৰিছো, সেই চণ্ডীয়ে প্ৰেৰণা দিয়ক।' আহা আহা, ভগৱতি, শত্ৰু ক্ষয় কৰি জয় প্ৰদান কৰ্ত্ৰী। হে নৱদুৰ্গে, দেৱৰ অৰ্চিতা দেৱী ভক্তিৰে মই তোমাক পূজা কৰিছো। হে দে দুৰ্গে মোৰ সান্নিধ্যলৈ আহা। আঠ শক্তিক লগত লৈ যজ্ঞভাগ গ্ৰহণ কৰা। এইদৰে আৱাহন কৰি জয়দুৰ্গা দশাক্ষৰ মন্ত্ৰেৰে যথা উপচাৰেৰে সম্যকভাৱে পূজা কৰি অঙ্গাৱৰণ পূজা কৰক যথা—

ওঁ দুৰ্গে হৃদয়লৈ নমস্কাৰ; ওঁ দুৰ্গে শিৰলৈ স্বাহা, ওঁ ৰ শিখালৈ বষট্, ওঁ ক্ষ কবচলৈ হুং; ওঁ নি নেত্ৰ তিনিটালৈ বৌষট্; ওঁ স্বা বাহুদ্বয়লৈ নমস্কাৰ; ওঁ হা দুপাদলৈ নমস্কাৰ। তাৰ পাছত গন্ধ পুষ্পেৰে পূজা কৰক।

হ্ৰীং জয়ন্তীলৈ নমস্কাৰ। এনেকৈ মঙ্গলালৈ, কালীলৈ, ভদ্ৰকালীলৈ, কপালিনীলৈ, দুৰ্গালৈ, শিৱালৈ, ক্ষমালৈ, ধাত্ৰীলৈ, স্বাহালৈ, স্বধালৈ। পূৰ্বভাগত—হ্ৰীং শ্ৰীং উগ্ৰচণ্ডালৈ। এনেকৈ প্ৰচণ্ডালৈ, চণ্ডাগ্ৰালৈ, চণ্ড নায়িকালৈ, চণ্ডালৈ, চণ্ডৱতীলৈ, চণ্ডৰূপালৈ, অতিচণ্ডিকালৈ। ত্ৰিকোণত কামলৈ, প্ৰীতিলৈ, ৰতিলৈ, পঞ্চবাণলৈ, পুষ্পধনুলৈ। তাৰ

পাছত মূলমন্ত্ৰেৰে আঠ পুষ্পিকাৰে পূজা কৰি তাৰ পাছত দেৱীৰ দক্ষিণ হাতত ওঁ ত্ৰিশূলায় বুলি নমস্কাৰ কৰিব। এনেদৰে খড়্গলৈ, চক্ৰলৈ, তীক্ষ্ণবাণলৈ, শক্তিলৈ, দেৱীৰ বাওঁহাতত থকা, ওং খেটকলৈ, পূৰ্ণচাপলৈ, পাশলৈ, অঙ্কুশলৈ, ঘণ্টালৈ, পৰশুলৈ; দেৱীৰ চাৰিওফাল পৰিচাৰকসকললৈ, ওঁ শঙ্খলৈ, বজ্ৰলৈ, দণ্ডলৈ, অক্ষমালালৈ, কমণ্ডলুলৈ, ৰশ্মিবোৰলৈ, দেৱতাসকলে দিয়া বিবিধ শস্ত্ৰলৈ নমস্কাৰ কৰি পূজা কৰিব। অঙ্গ-প্ৰত্যঙ্গযুক্ত হাৰাদি ভূষণলৈ, বজ্ৰনখদ্ৰংষ্ট্ৰ আদি আয়ুধলৈ, মহাসিংহাসনলৈ হুং ফট্ বুলি নমস্কাৰ কৰিব। এইদৰে মহিষাসুৰলৈ নমস্কাৰ কৰি পাদ্য আদিৰে পূজা কৰিব।

তাৰ পাছত মণ্ডলৰ মাজত শাৰদালৈ, কামাখ্যালৈ, ত্ৰিপুৰালৈ, কামেশ্বৰীলৈ, মহোৎচ্ছ্বাসালৈ। তাৰ পাছত মূলমন্ত্ৰেৰে তিনিবাৰ পুষ্পাঞ্জলি দি জপ কৰি, স্তুতি কৰি, ঐশান্যত চণ্ডেশ্বৰীলৈ নমস্কাৰ কৰি নিৰ্মাল্যবাসিনীক সম্যক পূজা কৰি কামাখ্যা আদি পাঁচ মূৰ্তিৰ প্ৰত্যেকলৈ পৃথক্ পৃথক্ যথাশক্তি ছাগলি আদি বলিদান কৰিব। ভৱানীৰ হৃদয়ৰ আনন্দ বৰ্ধন কৰা, ভৱভঞ্জন, ভক্তজনৰ অন্তৰায় হৰণ কৰোঁতা, শ্ৰীমদ্গজাননক ভজো।। ইতি *শ্ৰীকামৰূপ যাত্ৰা পদ্ধতিত* কামাখ্যা আদি পঞ্চমূৰ্তি পূজা বিধি নামে পটল সমাপ্ত।

*শ্ৰীহলিৰাম শৰ্মাই* লক্ষ্মীপতিৰ পাদ পংকজলৈ প্ৰণাম জনাই বিশেষ যত্ন কৰি কামৰূপ প্ৰয়াণক বুজিব পৰাকৈ এই সুপদ্ধতি ৰচনা কৰিছে। তীৰ্থযাত্ৰীসকলৰ হিতৰ বাবে দয়াদ্ৰহৃদয়ৰ নিৰ্দেশত ভৱানীচৰণধৰ অমৰে এই পদ্ধতি চন্দ্ৰিকাৰে মুদ্ৰণ কৰিলে।

১৭৫৫ শকাব্দ।। ১৮৩৩ খৃষ্টাব্দ।।

**সমাপ্ত**

# পৰিশিষ্ট 'ঙ'

## সম্পাদকলৈ চিঠি, জুলাই ১৬, ১৯৬৩

## আসাম বুৰঞ্জি

## [১]

সম্পাদক ডাঙৰীয়া,

আপোনাৰ শ্বিলঙৰ নিজা প্ৰতিনিধিয়ে কোৱা মতে বহুতো দায়িত্ব আৰু কৰ্তৃত্বশীল মহলৰ পৰা, এনেকি চলিহা মন্ত্ৰীসভাৰ কেবাগৰাকী সদস্যয়ো কোনোবা 'ফুক্‌কন' ৰচিত 'আসাম বুৰঞ্জি' এখন নিযিদ্ধ কৰিবলৈ মুখ্যমন্ত্ৰীক অনুৰোধ কৰিছে। অসমৰ জনমতৰ প্ৰতি শ্ৰদ্ধ জনাই এই তথাকথিত বুৰঞ্জীখন অচিৰে নিষিদ্ধ কৰাটো নিতান্ত যুক্তিসঙ্গত হ'ব। কিয়নো ইয়াৰ আঁৰত এক গোপন যড়যন্ত্ৰ আছে বুলি বিশ্বাস হয়। অসমৰ বিভিন্ন মহলে এই বুলিয়েই ভাবিবলৈ বাধ্য হৈছে। আমাৰ কাৰণে ই অতি পৰিতাপৰ কথা যে, অনা অসমীয়া স্বাৰ্থজড়িত মহল এটাই অসম আৰু অসমীয়াক বিশ্বৰ আগত হেয় প্ৰতিপন্ন কৰিবলৈ পৰিকল্পিতভাৱে প্ৰচেষ্টা চলাই আহিছে আৰু উক্ত বুৰঞ্জীখনো সেই উদ্দেশ্যেৰেই প্ৰকাশ হৈছে বুলি ক'বলৈ থল আছে। নহ'লে বুৰঞ্জীৰ, অন্ততঃ অসম বুৰঞ্জীৰ অতবোৰ সমল থকা সত্বেও সেইবোৰলৈ আওকাণ কৰি অসমৰ ধৰ্ম, কৃষ্টি, আচাৰ-ব্যবহাৰ, ৰীতি-নীতি আদিক ইঙ্গিত আৰু জঘন্যভাৱে আক্ৰমণ কৰি বুৰঞ্জী ৰচনা কৰাৰ কোনো হেতু নাই।

বুৰঞ্জী সদায় নিৰপেক্ষ হোৱাটো বাঞ্ছনীয়। আবেগৰ বশবৰ্তী হৈ কোনো সম্প্ৰদায় বা ভাষা-ভাষীক, বা কোনো ধৰ্মক আক্ৰমণ কৰি লিখা ৰচনা কেতিয়াও বুৰঞ্জী হ'ব নোৱাৰে। সম্পাদক যতীন্দ্ৰ মোহন ভট্টাচাৰ্য্যই এইখন সম্পাদনা কৰাৰ আগতে অসমৰ প্ৰামাণিক বুৰঞ্জীবোৰৰ পাট লুটিয়াই চাব পাৰিলেহেঁতেন। ইয়াতোকৈ আমাৰ কাৰণে দুখজনক কথা এই যে অধ্যক্ষ তীৰ্থনাথ শৰ্মাই এই 'অসম বুৰঞ্জি'খনক প্ৰশংসাৰে তেনেই বুৰাই পেলাইছে। শ্ৰীশৰ্মাই কি ভাবি এই তথাকথিত 'বুৰঞ্জি'খনক ইমান প্ৰশংসা কৰিলে আমি ভাবি নাপাওঁ।

আৰু কওঁ যে হলিৰাম ঢেকিয়াল ফুকন, অৰ্থাৎ অসমৰ স্বনামধন্য পুৰুষ আনন্দৰাম ঢেকিয়াল ফুকনৰ পিতৃয়ে এখন 'আসাম বুৰঞ্জি' লিখা কথাতো সত্য। সেইখন বুৰঞ্জী কি হ'ল আমি নেজানো। কিন্তু, বৰ্তমানে আলোচনা কৰা আৰু শ্ৰীভট্টাচাৰ্য্যই সম্পাদনা

কৰা 'আসাম বুৰঞ্জি'খন তেওঁৰ নামত চলাই দিবলৈ বিচৰা হৈছে বুলি কিছুমানে সন্দেহ কৰে। যি কি নহওক, হলিৰাম ঢেকিয়াল ফুকনে লিখিলেই যে, সকলো কথাই সত্য হ'ব সিও নহয়।

অৱশেষত কওঁ, ভট্টাচাৰ্য্য সম্পাদিত উক্ত বুৰঞ্জীখন ইমান জঘন্য মন্তব্যৰে ভৰা যে তাক কোনোপধ্যে প্ৰামাণিক বুৰঞ্জীৰ শাৰীত থব নোৱাৰি। খুব বেছি 'মেখেলা পড়া মেয়ে'ৰ শাৰীৰ গ্ৰন্থ এইখন। অসমবাসীৰ মাজত পৰিলক্ষিত হোৱা তিক্ততালৈ চাই আৰু বিভিন্ন জাতি-ধৰ্ম লোকৰ মানত সংস্কৃতি স্থাপনৰ কাৰণে অসম চৰকাৰে এই 'আসাম বুৰঞ্জি'খন অচিৰেই নিষিদ্ধ কৰিলেই ভাল হয়। লগতে অসম সাহিত্য সভাৰো এই বিষয়ে দৃষ্টি আকৰ্ষণ কৰিলো।

**কাৰ্তিক চন্দ্ৰ নাথ**
অভয়াপুৰী

[২]

**Letters to the Editor / July 28, 1963**

**'Assam Buranji'**

Sir

Recently on my visit to India House I came across two provocative letters to your paper.

Referring to Sri K. C. Barua's Letter under the above caption (Assam Tribune, June 28), I feel that Sri B Barua (July 1) is quite right to saying that a book cannot be an authoritative one simply because it has a preface by a reknowned person. Sri K. C. barua has himself said in the same vein that "even if Haliram Dhekial Phukan wrote all the objectionable things we are not bound to accept them at as correct simply because he was the father of his illustrious son Anandaram." These parts of their letters are quite understandable. But one fails to understand how a few prejudiced remarks in a certain part of the book can become its sole theme and can detract from its merit as a whole. It is also not unfair to its editor to imply that the sole object for his painstaking research was simply to magnify such stupid and

objectionalbe aspects in the book?

Prof. Bhattacharya in his editorial preface and Prof. Baura in the foreward of the present edition to the book have elaborated the importance of the book so far as its literary merits are concerned. For its historical value one may only turn to the well-known historian Dr. Bhuyan's laborious efforts to salvage whatever had remained of the book and which amounted only to one-fourth of the original. It is, therefore, regrettable that Sri K. C. Barua should condemn the editior by implying a connection of this book's publication with the language disturbance of 1960.

Perhaps the most objectionable remark made by Haliram is that on the Ahoms. But the achievements of the Ahoms are so well-know that such remarks can have no significance whatsoever. The English for whom Haliram is full of praise themselves left a glorious tribute when Lord William Bentinck said that "their (Ahoms) continuance...for a period of time almost without example in history would seem to indicate something intrinsically good in the original constitution...." As Prof. Bhattacharya says such remakrs of Haliram Dhekial Phukan only prove how historians are not always free from bias and prejudice.

Haliram's "History of Assam" is, for a variety of reasons, an important source material for the study of a transitional period in Assam's history; and the suggestion given in the above mentioned letters to prescribe the book is undoubtedly destructive and hence highly unfortunate and regrettable. Proscription in a weapon of the reactionary and it betrays a lack of intellectual sense and balance. After all, we are not living in the age of Kirti Chandra Barbaura–and certainly we do not want to–yours etc.

**Nirode Kumar Barooah**
University of London
London W.C.I.

[৩]

## নতুন অসমীয়া, ১০ জুলাই, ১৯৬৩

### 'আসাম বুৰঞ্জি'ৰ প্ৰচাৰ বন্ধ কৰাৰ অনুৰোধ

শ্বিলং ৯ জুলাই—বঙালী ভাষাত প্ৰকাশিত 'আসাম বুৰঞ্জি' নামৰ কিতাপ এখনৰ প্ৰচাৰ অনতিপলমে বন্ধ কৰিবৰ বাবে মুখ্যমন্ত্ৰী শ্ৰীবিমলা প্ৰসাদ চলিহাক মন্ত্ৰীসভাৰ সদস্য প্ৰমুখ্যে বহুতো দায়িত্ব আৰু কৰ্তৃত্বশীল লোকে অনুৰোধ জনাইছে বুলি জানিব পৰা গৈছে। এই কিতাপখনে অসমৰ বিভিন্ন মহলত তিক্ততা ক্ষোভ আৰু অসন্তুষ্টিৰ সৃষ্টি কৰা দেখা গৈছে, অসম চৰকাৰে ইয়াক গুৰুত্ব সহকাৰে বিচাৰ কৰি আছে বুলি গম্ পোৱা গৈছে।

অসমীয়া সাহিত্যৰ আধুনিক যুগৰ প্ৰবৰ্তক স্বৰ্গীয় আনন্দৰাম ঢেকিয়াল ফুকনৰ পিতৃ ' হলিৰাম ঢেকিয়াল ফুকনে এই পুথিখন ১৮২৯ চনত বঙালী ভাষাত লিখা বুলি প্ৰচাৰিত হৈছে। গুৱাহাটীৰ কটন কলেজৰ প্ৰাক্তন অধ্যাপক এজনে অলপতে এই পুথিখন পুনৰ মুদ্ৰণ কৰি প্ৰকাশ কৰিছে।

এই তথাকথিত বুৰঞ্জীখনত অসমৰ বিভিন্ন জাতি আৰু সম্প্ৰদায়াৰ এটা অতি কুৎসিত চিত্ৰ দাঙি ধৰা হৈছে। এই পুথিখন প্ৰকাশ কৰাৰ গুৰিতে কিবা কু অভিসন্ধি থকা বুলি বিভিন্ন মহলে সন্দেহ কৰে।

[৪]

## Aug 2, 1963, The Assam Tribune, Friday

### Letters to the Editor
### Assam Buranji

Sir,– From the letter of Sri Nirode Kumar Barooah of the university of London that appeared in your paper of July 28, it seems that the writer does not seem to have properly gone through the Buranji

in question. His remarks seem to have been based on a few lines that appeared within the compass of a letter. It is not the Ahom community alone but the entire Assamese race has been made the victim of Holiram Dhekial Phukan's malice. Sri Barooah has enlogized the literary and certain other aspects of the book without any consideration of the indecent contents in it. I fail to understand the idea behind such a consideration.

The age of Kirti Chandra Barbarua will perhaps hold good for all time to come, as the Ahoms who had a keen sense of writing history were not the people to allow the Barbarua to destroy the Buranjis en masse. He could only destroy a few folios containing certain objectionalbe passages relating to his own person. That too could be done only after proper investigation which took more than two years. And last but not least I request the authorities concerned to take expeditious action to prescribe the book as it has already done a lot of damage.– Yours etc.

**B. Barua**
Guwahati